# পুৰণি অসম-বুৰঞ্জী

( চুকাফা—গদাধৰ সিংহ )

সম্পাদনা

পণ্ডিত শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী

এম. আৰ. এচ. এ., এফ আৰ এ. এচ.

অসম চিভিল চাৰ্ভিছ






The Ancient chronicles of Assam ( From Chukapha to Gadadhar Sinha ) edited by Pandit Sreejut Hemchandra Goswami M.R.S.A., F.R.A.S. & C. in Assamese Language, 1st published in 1922 by KAMARUPA ANUSANDHAN SAMITI, the 2nd edition published by Lawyer's Book Stall Gauhati-1 in 1977. Price Rs. 15/-

প্ৰকাশক

শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা

লয়াৰ্ছ বুক ষ্টল

পাণবজাৰ

গুৱাহাটী-৭৮১ ০০১

প্ৰথম প্ৰকাশ : ১৯২২

দ্বিতীয় প্ৰকাশ : জুন, ১৯৭৭

মূল্য : পন্ধৰ টকা

ছপাওঁতা

শ্ৰীআৰ. বেনাৰ্জী

ইন্দু-নাৰায়ণ প্ৰিণ্টিং ওৱাৰ্কচ

১৫বি, ৰায়বাগান ষ্ট্ৰীট

কলিকতা-৭০০ ০০৬

# THE ANCIENT CHRONICLES OF

# ASSAM

( From Chukapha to Gadadhar Sinha )

EDITED BY

Pandit Sreejut HEMCHANDRA GOSWAMI

M.R.S.A.,F.R.A.S. & C.

*of Assam Civil Service*

Published under the authority of the

**Kamarupa Anusandhan Samiti**

GAUHATI

1922

*Price Rs. 2/-*

# পাতনি।

এই বুৰঞ্জীৰ মূল পুথিখন গুৱাহাটীৰ স্বৰ্গীয় ঘনকান্ত যুবৰাজৰ পত্নী, ৰাণী শ্ৰীশ্ৰীযুতা মাহেন্দ্ৰী দেবীৰ হাতত আছিল। পুথিখন অনেক কালৰ পৰা এই ৰজা ঘৰতে আছে। ১৮৯৪ ইংৰাজী চনত অসম প্ৰদেশৰ অস্থায়ী চীফ কমিশনাৰ স্যাৰ চাৰ্লস্ লায়েল চাহাব বাহাদুৰে প্ৰস্তাব কৰে যে অসম দেশত যিবোৰ হাতেৰে লিখা বুৰঞ্জী পুথি এতিয়াও নষ্ট নোহোৱাকৈ আছে, সেইবোৰক ধ্বংশৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ ধাৰাবাহিক ৰূপে চেষ্টা কৰিব লাগে আৰু সেই উদ্দেশ্যে তেওঁ অলপ টকাও মঞ্জুৰ কৰে। সেই সময়ত মিষ্টাৰ (আজি কালিৰ স্যাৰ এড্ ওৱাৰ্ড) গেইট অসম দেশৰ কৃষি আৰু ৰাজস্ব বিভাগৰ অধ্যক্ষ আছিল। স্যাৰ চাৰ্লস লায়েল যেনে বিদ্যোৎসাহী পণ্ডিত লোক আছিল, মিষ্টাৰ গেইটো তেনে বিদ্যোৎসাহী পণ্ডিত আছিল। স্যাৰ চাৰ্লস লায়েলৰ অনুৰোধত মিষ্টাৰ গেইটে ১৮৯৪ ইং চনত অসমত ঐতিহাসিক অনুসন্ধানৰ সূত্ৰ পাত কৰে। তেওঁৰ অনুসন্ধানৰ ফলত ৬ খন আহোম ভাষাত লিখা আৰু ১১ খন অসমীয়া ভাষাত লিখা বুৰঞ্জী পুথিৰ সম্ভেদ পোৱা যায়। এইখন পুথি সেই ১১ খন অসমীয়া ভাষাত লিখা পুথিৰ ভিতৰৰে এখন।

এই পুথিখন জয় জয়তে স্বৰ্গীয় ভুবনৰাম দাস ৰায় বাহাদুৰে ৰজা ঘৰৰ পৰা নি মিষ্টাৰ গেইটৰ হাতত দিয়ে, মিষ্টাৰ গেইটে পুথিখন পাই বৰ আনন্দ প্ৰকাশ কৰে আৰু ৰায় বাহাদুৰক অনেক ধন্যবাদ দিয়ে আৰু তেওঁক এই পুথিখন নকল আৰু ইংৰাজিলৈ তৰ্জ্জমা কৰি দিব পৰা এজন শিক্ষিত অসমীয়া মানুহ ঠিক কৰি দিবলৈ কয়।

সেই চনতে অৰ্থাৎ ১৮৯৪ চনত এই পাতনিৰ লিখকে কলিকতাত শিক্ষা শেষ কৰি অসমলৈ ঘূৰি আহিছিল। স্বৰ্গীয় ৰায় বাহাদুৰে এই

লিখকক বি মিষ্টাৰ গেইটৰ লগত চিনা পৰিচয় কৰি দিয়ে। মিষ্টাৰ গেইটে তেতিয়া এই পুথিখন নকল আৰু ইংৰাজীলৈ অনুবাদ কৰিবৰ নিমিত্তে লিখকক অনুৰোধ কৰে। লিখকে সেই অনুসাৰে পুথিখন নকল আৰু অনুবাদ কৰি মিষ্টাৰ গেইটক দিয়ে। মিষ্টাৰ গেইটে সেই কাজত সন্তুষ্ট হৈ চীফ কমিচনাৰ চাহাবক ধৰি লিখকক ১৮৯৭ চনৰ ডিসেম্বৰ মাহত চবডিপুটি কলেক্টৰ কামত ভৰ্ত্তি কৰি অসমৰ ঐতিহাসিক অনুসন্ধান কামত নিয়োগ কৰে।

মিষ্টাৰ গেইটে তেওঁৰ History of Assam কিতাপ লিখাত এই পুথিৰ পৰা অনেক সহায় পায়। Report on the Progress of Historical Research in Assam কিতাপত তেওঁ এই পুথিৰ বিষয়ে-তলত লিখা মতে উল্লেখ কৰিছে।

"An old *Buranji* was found by Babu Bhuban Ram Das of Gauhati in the possession of the Rani of the late Jubaraj Keshab Kanta Sinha of that town. It is written on *Sanchi* bark and the language is Assamese prose ; it furnishes a more elaborate account of the reigns of the Dihingiya Raja Burha Raja and Chakradhwaj Sinha than is found in any *Buranji* which has yet come to light The account of the reigns of other kings is meagre and the narrative ends with the reign of Gadadhar Sinha who ruled from 1681 to 1695 AD The account of the Mahammadan invasions given in this *Buranji* agrees generally with that contained in the Ahom *Buranji* from Khunlung and Khunlai which has already been noticed. It is proposed to notice this as well as the other historical writings relating to the Ahoms at greater length in a separate publication."

কামৰূপ অনুসন্ধান সমিতিয়ে এই পুথিখন প্ৰকাশ কৰিবলৈ

হাতত লয় আৰু লিখকক তাৰ সম্পাদনৰ ভাৰ দিয়ে। সম্পাদকে কিতাপখনৰ অধ্যায় বিভাগ কৰি অধ্যায় বিলাকৰ আৰু সৰু পৰিচ্ছেদ বিলাকৰো নাম নির্দ্দেশ কৰে। প্রথমতে সম্পাদকেই এই কিতাপৰ প্রুফ সংশোধন কৰে। প্রথম চাৰি অধ্যায় আৰু পঞ্চম অধ্যায়ৰো কিছুমানৰ বর্ণাশুদ্ধিৰ বাবে সম্পাদক নিজে দায়ী, কিন্তু কলিকতাৰ পৰা বাৰে বাৰে প্রুফ অনানিয়া কৰি শুদ্ধ কৰাত বহুত সময় লাগে বাবে বাকী ডোখৰৰ প্রুফ শুদ্ধৰ ভাৰ কলিকতাত থকা শ্রীমান অম্বিকানাথ বড়া এম. এ আৰু শ্রীমান বেনুধৰ শর্ম্মাক দিয়া হয়; তেওঁবিলাকে অনেক পৰিশ্রম কৰি কিতাপখনৰ সৰহ ভাগৰ প্রুফ সংশোধন কৰি দিয়া বাবে সমিতিয়ে তেওঁবিলাকৰ নথৈ শলাগ লৈছে। কিতাপ খনত অনেক বর্ণাশুদ্ধি দোষ থাকিলেও তেওঁবিলাকক তাৰ নিমিত্তে দোষ দিব নোৱাৰি, কিয়নো পুৰণি পুথিৰ বর্ণাশুদ্ধি ঠিককৈ কৰা বৰ টান কাম।

এই কিতাপখন বহুত দিনৰ আগেয়েই ছাপাখানাত দিয়া হয় আৰু সেই অনুসাৰে অনেক দিনৰ আগেয়েই ই ছাপা হৈ ওলাব লাগিছিল। কামৰূপ অনুসন্ধান সমিতিৰ আগৰ সম্পাদক শ্রদ্ধেয় বন্ধু শ্রীযুত কালিচৰণ সেন ৰায়বাহাদুৰে কিতাপখন সোনকালে উলিয়াবৰ নিমিত্তে অহোপুৰুষাৰ্থ কৰাতো ছাপাখানাৰ বেমেজালিত আৰু কাগজৰ অভাবত কিতাপখন ওলোৱাত অনেক পলম হল। শ্রীযুত মহীনাথ শর্ম্মা ব্যাকৰণতীর্থে ছাপাখানাৰ নিমিত্তে খচৰা তৈয়াৰ কৰি দিয়াৰ বাবে আৰু শ্রীমান শিশিৰকুমাৰ বৰুৱাই তাক মূল পুথিৰ লগত ৰিজাই শুদ্ধাশুদ্ধ চাই দিয়া বাবে বিশেষ ধন্যবাদৰ পাত্র। ইয়াৰ আগেয়ে আৰু অসমীয়া ভাষাত কোনো বুৰঞ্জীৰ পুথি ছপা হোৱা নাছিল। কামৰূপ অনুসন্ধান সমিতিয়েই এই কামত প্রথমে বাট দেখুৱাইছে; সেই গুণে সকলো অসমীয়াই সমিতিৰ শলাগ লোৱা উচিত আৰু ছপা নোহোৱা আন আন বুৰঞ্জীবোৰো ক্রমশঃ প্রকাশ কৰিবলৈ যত্ন কৰা উচিত। সম্পাদকে এই কিতাপখনৰ এখন ভূমিকাও

লিখি দিছে। এতিয়া অসমীয়া ৰাইজে কিতাপখনক যথোচিত আদৰ কৰিলেই সকলোৰে সকলো ৰকমৰ পৰিশ্ৰম সাৰ্থক হব।

১১।২।২২
২৭ ডবচন ৰোড—হাওৰা

শ্ৰীহেমচন্দ্ৰ গোস্বামী।

# ভূমিকা।

বুৰঞ্জী সাহিত্য।

"বুৰঞ্জী" এইটো এটা আহোম ভাষাৰ শব্দ। আহোম ভাষাত 'বু' মানে মূৰ্খ, 'ৰণ্' মানে শিক্ষা আৰু 'জী' মানে ভড়ঁাল; 'বুৰঞ্জী' মানে 'মূৰ্খৰ শিক্ষাৰ ভড়ঁাল'। ত্রয়োদশ শতাব্দীত আহোমবিলাক এই দেশলৈ আহোঁতেই বুৰঞ্জী লিখা দস্তুৰো অসম দেশলৈ আহে। আহোমবিলাক বিশাল তিব্বতীয় বৰ্ম্মান জাতিৰে এটা ঠেঙ্গুলী। চীন আৰু জাপানী জাতিও তাৰে পৰাই ওলাইছে। আহোমৰ দৰে, চীন আৰু জাপানী জাতিৰ ভিতৰতো বুৰঞ্জী লিখি ৰখা দস্তুৰ অতি পুৰণি। এই দেশলৈ অ'হোম-বিলক অহা দিনৰে পৰা ৰজাঘৰীয়া কথাবিলাক লিখি ৰখা দস্তুৰ প্রচলিত হয়। আহোম ৰজাবিলাকৰ আদি পুৰুষৰ উৎপত্তিকাল প্রায় ৫৬৮ খৃঃ অঃ। সেইকালৰে পৰা তেওঁবিলাকৰ ভিতৰত বুৰঞ্জীৰ প্রচলন আছে। আহোম ৰজা সকল পোন প্ৰথমতে এই দেশলৈ আহোঁতে বুৰঞ্জীবিলাক আহোম ভাষাতে লিখা হৈছিল কিন্তু পাচত যেতিয়া তেওঁবিলাকে অসমীয়া ভাষাকে মাতৃভাষা বুলি গ্ৰহণ কৰিলে, তেতিয়াৰে পৰা অসমীয়া ভাষাত বুৰঞ্জী লিখা হবলৈ ধৰিলে; কিন্তু দেওধাই বাইলুঙ্গ বিলাকৰ ভিতৰত আহোম ভাষাত বুৰঞ্জী লিখা ৰীতিয়েই চলি থাকিল। সেই দেখি শেষ অ'হোম ৰজা সকলৰ দিনৰ কোনো কোনো বুৰঞ্জীও আহোম ভাষাত দেখিবলৈ পোৱা যায়। সি যিকি নহওক অসমীয়া ভাষাৰ বুৰঞ্জী সাহিত্য যে আহোম ৰজা সকলৰ দান সেই বিষয়ে কোনো সন্দেহ নাই। তেজপুৰত বহা অসম সাহিত্য সন্মিলনৰ সভাপতিৰূপে এই বিষয়ে এই লিখকে যি কৈছিল তাক ইয়াত উল্লেখ কৰিব পৰা যায়। তেওঁ কৈছিল, "আমাৰ বুৰঞ্জী সাহিত্যও এটা তুলনা নাইকিয়া সম্পত্তি। ভাৰতবৰ্ষৰ কোনো দেশীয় ভাষাই আমাৰ দেশৰ বুৰঞ্জীৰ মিচিনা

সাহিত্যৰ গৌৰৱ কৰিব নোৱাৰে। এই দেশত আহোম ৰাজ্যৰ প্ৰতিষ্ঠা তেৰ শতিকাত হয়। তেতিয়াৰে পৰা এই দেশত ধাৰাবাহিক-ৰূপে ঐতিহাসিক ঘটনাবিলাক লিখি ৰখা দস্তুৰ আৰম্ভ হয়।

আহোম ৰজাবিলাকে অসমীয়া ভাষা গ্ৰহণ কৰাৰ দিনৰে পৰা অসমীয়া সাহিত্যৰ অনেক উপকাৰ সাধন কৰিছিল কিন্তু তাৰ ভিতৰত বুৰঞ্জী সাহিত্যই তেওঁবিলাকৰ প্ৰধান দান।"

আহোম ৰজা বিলাকৰ পূৰ্ব্বে এই দেশ হিন্দু ৰজাৰ তলতীয়া আছিল। হিন্দু ৰজাবিলাকৰ ভিতৰত এই ভাৱে বুৰঞ্জী লিখা দস্তুৰ নাছিল। সেই বুলিয়েই আগৰ দিনত হিন্দুবিলাকৰ ভিতৰত ইতিহাসৰ শিক্ষা নাছিল বুলি ভাবিলে ডাঙ্গৰ ভুল কৰা হব। তেওঁবিলাকৰ ভিতৰত 'ইতিহাস',—শিক্ষাৰ, এটা প্ৰধান অঙ্গ আছিল আৰু তাক পঞ্চম বেদ বুলি ধৰা হৈছিল; যেনে,—

ইতিহাস শিক্ষা

"ঋগ্ যজুঃ সামাথৰ্ব্বাখ্যা বেদাশ্চত্বাৰ উদ্ধৃতাঃ।
ইতিহাসপুৰাণঞ্চ পঞ্চমোবেদ উচ্যতে॥"

ভাগৱত ১।৪।২০

কিন্তু ইতিহাস বা বুৰঞ্জী বুলিলে আমি আজিকালি যি বুজো তেওঁবিলাকে সেইদৰে নুবুজিছিল। তেওঁবিলাকে ইতিহাস বৰ ডাঙ্গৰ অৰ্থত প্ৰয়োগ কৰিছিল। ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ, এই চাৰিবিধ পুৰুষাৰ্থৰ বিষয়ে উপদেশ দিবৰ নিমিত্তে যিবোৰ পুৰণি কলীয়া কথা ব্যৱহাৰ কৰিছিল, সেইবোৰক হে ইতিহাস বুলি গণ্য কৰিছিল। মহাভাৰতে কয়,—

"ধৰ্ম্মাৰ্থকামমোক্ষানামুপদেশ সমন্বিতম্।
পূৰ্ব্ববৃত্তকথাযুক্তমিতিহাসপ্ৰচক্ষ্যতে॥"

ইতিহাস শব্দৰ ধাতুগত অৰ্থয়ো তাকেহে ইঙ্গিত কৰে। ইতিহ + আস্ + ঘঞ্—ইতিহ, মানে পৰম্পৰাগত উপদেশ;

ইতিহ, ইয়াত আছে সেই গুণে ইতিহাস। আগৰ দিনত আৰ্য্য-বিলাকে সংসাৰৰ যেই সেই ঘটনাকে ইতিহাসত ঠাই নিদি, যিবোৰ ঘটনাক অ'শ্ৰয় কৰি মানুহক ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ বিষয়ে শিক্ষা দিব পাৰিছিল সেই বোৰকহে ইতিহাস বুলি ধৰিছিল। অদৃষ্টবাদী ভাৰতীয় আৰ্য্যবিলাকে সংসাৰ চক্ৰৰ সকলো ঘটনাতে পুৰুষকাৰৰ বাহিৰেও দৈবৰ হাত ফটফটীয়াকৈ দেখিবলৈ পাইছিল। তেওঁবিলাকে এখন যুদ্ধৰ জয় পৰাজয়ত, যেনেকৈ সেনাপতিৰ সৈন্য চালনাৰ কৌশল, অস্ত্ৰ শস্ত্ৰৰ বল আৰু সেনা বিলাকৰ শৌৰ্য্যবীৰ্য্যৰ আৱশ্যকতা বুজিছিল, তেনেকৈ শেষ ফলৰ নিমিত্তে সদাই দৈবৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেনেস্থলত তেওঁবিলাকে কিছুমান যুজ বাগৰৰ বিবৰণ আৰু ৰজা কিছুমানৰ নাম লিখি ৰখা, জাতীয় গৌৰবৰ কথা বুলি নভবাতো একো আচৰিত কথা নহয়। এইবোৰ কাৰণৰ নিমিত্তে, প্ৰাচীন ভাৰতত আজি কালি আমি ইতিহাস বা বুৰঞ্জী বুলিলে যি বুজোঁ, তাৰ প্ৰচলন নাছিল।

অসমীয়া মানুহৰ বুৰঞ্জী চৰ্চ্চা

আগৰ দিনত অসমীয়া মানুহৰ ভিতৰত বুৰঞ্জী চৰ্চ্চা কৰা এটা শিক্ষাৰ প্ৰধান অঙ্গ আছিল। দেশৰ বুৰঞ্জী ভালকৈ নজনাতো ভাল মানুহৰ পক্ষে এটা ৰৰ ডাঙৰ লাজৰ কথা আছিল। প্ৰায় ভদ্ৰলোকৰ ঘৰে ঘৰে বুৰঞ্জী পুথি আছিল। তেওঁ বিলাকে বুৰঞ্জী সাহিত্য ইমান ভাল পাইছিল যে নিজৰ দেশৰ বুৰঞ্জী লিখি বা পঢ়িয়েই ক্ষান্ত নাছিল, ওচৰ চুবুৰীয়া বঙ্গদেশৰ বুৰঞ্জীও লিখিছিল আৰু পঢ়িছিল। লিখকে অসমীয়া ভাষাত লিখা গৰ্দ্ধ-মানৰ বুৰঞ্জী এখন পাই, তাক প্ৰকাশ কৰিবৰ অভিপ্ৰায়েৰে যত্নেৰে সংগ্ৰহ কৰিছিল কিন্তু বৰ বেজাৰৰ কথা পুথিখন তেওঁৰ হাতৰ পৰা ওলাই গৈ সি আৰু ঘূৰি নাহিল। গৌৰীপুৰৰ ৰজা বাহাদুৰ শ্ৰীযুত প্ৰভাতচন্দ্ৰ বৰুৱাই যেতিয়া তেখেতৰ ৰাজ্যলৈ

উত্তৰ বঙ্গসাহিত্য সম্মিলনক আহ্বান কৰে, তেতিয়া ৰজা বাহাদুৰে লেখকলৈ কেইখন মান অসমীয়া পুথি প্ৰদৰ্শনৰ নিমিত্তে পঠাবলৈ অনুৰোধ কৰে। লিখকে এই পুথিখনকে ৰজা বাহাদুৰলৈ পঠাইছিল। লিখকে ভাবিছিল যে বঙ্গালী সাহিত্যিক সকলে, অসমীয়া ভাষাত তেওঁবিলাকৰ দেশৰ বুৰঞ্জী দেখি বৰ আনন্দ পাব। কিন্তু কবলৈ লাজ লাগে আৰু বেজাৰ লাগে যে এই মূল্যবান পুথিখনত কোনো বা বঙ্গালী সাহিত্যিকৰ হাত পৰিল। ৰজা বাহাদুৰে লেখকক বৰ দুখেৰে জানিবলৈ দিলে যে পুথিখন প্ৰদৰ্শনীৰ পৰা কোনোবাই হাত কৰিলে। অসমীয়া সাহিত্যৰ এখন মূল্যবান পুথি এইদৰে লোপ হল।

ইংৰাজী ভাষালৈ History শব্দটো গ্ৰীক ভাষাৰ *Histor* শব্দৰ পৰা আহিছে; *histor* মানে 'জনা'। ইউৰোপত আগৰ দিনত ইতিহাস মানে, ঈশ্বৰৰ পৰা সাক্ষাত সম্বন্ধ পোৱা জ্ঞানত ছেৱাই সকলোবিধৰ শিক্ষালব্ধ জ্ঞানকে বুজাইছিল। তাৰ পাচত লিখকে যিবোৰ ঘটনা নিজ চকুৰে দেখি বা নিজে জানি লিখি ৰাখিছিল তেনেবোৰ ঘটনাকহে ইতিহাস বোলা হৈছিল।

ইতিহাসৰ ক্ৰম-বিকাশ।

তাৰ পাচত আৰু এদোপ আগ বাঢ়ি, নিজে দেখি বা জানি লিখাত বাজেও আন বিশ্বাসযোগ্য মানুহে কোৱা বা লিখা কথাকো ইতিহাস বুলি গণ্য কৰা হৈছিল; আজিকালিৰ বিচাৰমতে, কি ধৰ্ম্ম, কি সমাজ, কি সাহিত্য, কি অৰ্থনীতি, কি ৰাজনীতি, সকলো কথাই ইতিহাসৰ ভিতৰত পৰে। অতিজতে ইতিহাসৰ বিষয় আছিল ৰজাবিলাকৰ বংশাৱলী। তাৰ পাচত ডাঙৰ ডাঙৰ যুদ্ধবিলাকৰ কথাও তাত লিখা হবলৈ ধৰিলে। তাৰ পাচত সন্ধিপতা, চই পেচকচ আদি দিয়াৰ কথাও যোগ কৰা হল, আৰু তাৰ পাচত ওচৰ চুবুৰীয়া জাতিবিলাকৰ লগত ৰাজনৈতিক সম্বন্ধৰ কথাও তাত ঠাই দিয়া হল। কিন্তু এইবোৰ ইতিহাসত ৰজাঘৰীয়া শাসন প্ৰণালীৰ কথা থাকিলেও,

প্ৰজাবৰ্গৰ উন্নতি-অৱনতিৰ, বা সমাজৰ কোনো ভিতৰুৱা কথাৰ একো উল্লেখ নাছিল ; তাৰ উদাহৰণ, খৃঃ পূঃ ৭৮ শতিকাত লিখা বাইবেলৰ পূৰ্ব্বখণ্ডত থকা ৰজাঘৰীয়া কথাবিলাক আৰু চেমুৱেলৰ বিবৰণ ; আৰু খৃষ্টীয় ৩ শতিকাত মেনিথো আদিয়ে লিখা বিবৰণ আৰু চীন আৰু জাপান দেশৰ পুৰণি বিবৰণবিলাক।

বুৰঞ্জীয়ে এই অৱস্থা পোৱাৰ পাচত ধাৰাবাহিকৰূপে ঘটনাবিলাক লেখি ৰখা দস্তুৰ প্ৰচলন হয়। ইউৰোপত গ্ৰীক বিলাকেই ইয়াৰ প্ৰথম উদাহৰণ দেখুৱাই। গ্ৰীক বিলাকৰ ভিতৰত প্ৰথমতে এই কাজ হিৰোদতচ আৰু থুচিদাইদিচে কৰে। হিৰোদতচ পৃথিৱীত আজিলৈকে ইতিহাসৰ জন্মদাতা বুলি খ্যাত হৈ আছে। ৰোম দেশত গ্ৰীচৰ অনুকৰণ কৰি লুচিয়ান আদিয়ে ইতিহাস লিখিবলৈ আৰম্ভ কৰে।

ইউৰোপেই বৈজ্ঞানিক প্ৰণালীৰে ইতিহাস লিখাৰ পথপ্ৰদৰ্শক হলেও, ১৫ শতিকালৈকে ইউৰোপৰ সকলো জাতিৰ ভিতৰতে বুৰঞ্জী সাহিত্য নিচেই নিঃকিণ অৱস্থাৰ আছিল। তাত সত্যৰ প্ৰতি কোনো লক্ষ্য নাছিল ; মাত্ৰ ক্ষমতাশালী মানুহৰ অযথা গুণানুবাদ আছিল। বৈজ্ঞানিক আৰু সমালোচনামূলক অনুসন্ধানৰ তাত কোনো সুংসূত্ৰই নাছিল। কিন্তু লাহে লাহে সি ভালৰ ফালে ঢাল লবলৈ ধৰিলে। ইউৰোপীয় সভ্যতাৰ যিটোক ৰিনেইচেঞ্চৰ (Renaissance) যুগ বোলে, সেই যুগত ইউৰোপত ইতিহাস সাহিত্যৰ অশেষ উন্নতি সাধিত হল। মধ্যযুগত (mediæval period) যি বোৰ জাল .বুৰঞ্জীৰ সৃষ্টি হৈছিল, সেই বোৰ এই যুগতে লাহে লাহে ধৰা পৰিবলৈ ধৰিলে আৰু সেইবোৰৰ ওপৰত মানুহৰ শ্ৰদ্ধা কমি আহিবলৈ ধৰিলে। ঐতিহাসিক সত্যতাৰ ওপৰত মানুহৰ আদৰ বাঢ়িবলৈ ধৰিলে আৰু তাৰ ফলত ইতিহাসৰ সৃষ্টিৰ পথ পৰিষ্কাৰ হৈ আহিল।

অন্যপক্ষে সেই সময়তে জৰ্ম্মান দেশত ধৰ্ম্মৰ দুটা বেলেগ সম্প্ৰদায়ৰ ভিতৰত তুমুল বিবাদ লাগি উঠিছিল। এনেকুৱা দলাদলিৰ ফলত

সচৰাচৰ যেনে হৈ থাকে জৰ্ম্মেনিতো সেয়ে হল অৰ্থাৎ জেদৰ কোৱত দুই দলে সত্যক দূৰতে আতঁৰাই থৈ ককালত টঙ্গালী বান্ধি লাগিছিল। তাৰ ফলত দুয়োদলৰ ভিতৰত সত্যৰ নানাৰূপে অপলাপ হবলৈ ধৰিলে আৰু ইতিহাসৰ ফালে কণ কঠিয়া মৰিব লগা হল। এই বিসম্বাদৰ ফলত দুয়ো দলৰ ভিতৰত সচাঁই মিচাই অনেক কিতাপ লিখা হল আৰু সেইবোৰ লিখাত ৰাপেৰে পঢ়া অনেক মানুহো ওলাল। এই বিবাদৰ বেয়া ফল যিহকে নহওক কিন্তু সাহিত্যানুৰাগী এক শ্ৰেণীৰ মানুহ সৃষ্ট হল। এইটো এটা কম লাভৰ কথা নহল। জগতত যিমান ডাঙৰ বাদ বিসম্বাদ বা গ্লানীয়েই নহওক, তাৰপৰা যে কিছুমান ডাঙৰ উপকাৰো নহব তেনে নহয়। এনে বিসম্বাদৰ বা যুদ্ধৰ ফলত দুয়ো দলৰ ভিতৰত মনুষ্যত্ব গজি উঠে। দুই দলৰ ভিতৰত শক্তিৰ উন্মেষ হৈ দুয়কো সবল কৰে। লাহে লাহে জিদ বা অহঙ্কাৰ আঁতৰি গলে নিজে নিজৰ ভুল বুজিব পৰা হয় আৰু তেতিয়া অসাৰ যুক্তি আৰু আবৰ্জ্জনা আঁতৰি যায় আৰু দুয়োদল সজ উদ্দেশ্যেৰে অনুপ্ৰাণিত হৈ জাতিটোকে পুষ্ট আৰু বলিষ্ঠ কৰি তোলে। অন্ততঃ জৰ্ম্মেনিত ঠিক এনে হৈছিল। আমাৰ দেশতো যি সাম্প্ৰদায়িক বিদ্বেষৰ সৃষ্টি হৈছে তাৰো শেষফল ভালেই হব বুলি আশা কৰিব নোৱাৰি নে?

ইউৰোপৰ কোনো কোনো দেশত বুৰঞ্জী সাহিত্য এই দৰে উন্নতিৰ ফালে আগ বাঢ়িলেও, ইংলণ্ডত হেনোভৰ ফৈদৰ ৰজাৰ অধীনত বুৰঞ্জীয়ে অলপো গা কৰিব নোৱাৰিছিল। ১৯ শতিকাৰ আৰম্ভৰ লগে লগে জৰ্ম্মান দেশৰ পাণ্ডিত্যৰ প্ৰভাৱত ইংলণ্ডীয় ইতিহাসত এটা পৰিবৰ্ত্তন আহি পৰিল। জৰ্ম্মান ঐতিহাসিক ৰেঙ্কে যি পথ নিৰ্দ্দেশ কৰিলে, সেই পথকে আশ্ৰয় কৰি এক শ্ৰেণীৰ ওখ থাপৰ ঐতিহাসিক উদ্ভৱ হল; জৰ্ম্মান পণ্ডিত লিওপোল্‌দ ভন ৰেঙ্কে তেওঁৰ History of Roman and German races বোলা কিতাপৰ এঠাইত কৈছে যে আজিকালি ইতিহাস লিখকে প্ৰায় সমসাময়িক

লিখকৰ কথাৰ ওপৰত অনেক আস্থা স্থাপন কৰে। তেওঁৰ মতেৰে সেইটো ঠিক নহয়। তেওঁ কয় যে বিশেষকৈ চাব লগীয়া কথা হৈছে যে সেই মানুহজনে যি কথা লিখিছে তেওঁ তাক জানিবৰ কি সুবিধা পাইছিল আৰু মানুহজন কিমান বিশ্বাস যোগ্য। তেওঁ নিজৰ জ্ঞানৰ পৰা লিখিছেনে, কাৰবাৰ মুখৰ পৰা শুনা কথাৰ ওপৰত নির্ভৰ কৰি লিখিছে। অর্থাৎ আইন আদালতত যেনেকৈ এটা সাক্ষীক যিহৰ পৰা বিশ্বাস বা অবিশ্বাস কৰে, যি কাগজ পত্রক সাক্ষী বুলি গণ্য কৰা হয়, বুৰঞ্জী লিখোঁতেও তেনেকৈ পৰীক্ষা কৰিহে তাক গ্রহণ কৰিব লাগে। এই প্রণালীৰে ঐতিহাসিক অনুসন্ধান আৰম্ভ কৰাৰ ফলত অনুসন্ধান সম্বন্ধে অনেক সুবিধা আহি পৰিল। ইউৰোপৰ প্রধান প্রধান দেশ বিলাকৰ যত যত পুৰণি বস্তুৰ ভড়াঁল আছিল অনুসন্ধান-কাৰী মানুহৰ পক্ষে সেই বিলাকৰ দুৱাৰ মুকলি কৰি দিয়া হল। সেই কাগজ পত্রবোৰ পঢ়ি তাৰপৰা নানা বিষয়ে টোকা উদ্ধাৰ কৰা হল। বেচি লাগতীয়াল কথাবোৰ ছাপা কৰি প্রকাশ কৰা হল। পুৰণি ফলি বিলাক আবিষ্কাৰ কৰা হল, পঢ়া হল, সর্ব্বসাধাৰণৰ ওচৰত প্রকাশ কৰা হল। ইয়াৰ পৰা প্রধান প্রধান দেশ বিলাকত এক শ্রেণীৰ পণ্ডিত ইতিহাসবিদৰ উদ্ভৱ হল। জর্ম্মান দেশত পের্টজ, ওৱেইট্‌জ, মোমচেন কৰটিয়চ আদি ইতিহাসবিদ, ইংলণ্ডত ষ্টবস্, ফ্রিমেন, গার্ডিনৰ নিচিনা পণ্ডিতৰ আবির্ভাব হল আৰু ফ্রান্সত মোনদ লেভিচ আৰু লুবেয়াৰৰ নিচিনা ইতিহাসবিদৰ আবির্ভাব হল। তেওঁবিলাকে যি পথে চালনা কৰিলে, এতিয়াও সেই পথেই ইতিহাস চালিত হৈ আহিছে। তেওঁবিলাকে ইতিহাস সম্বন্ধে মানুহৰ ধাৰণা একেবাৰেই পৰিবর্ত্তন কৰি দিলে। তেওঁবিলাকে কয় যে ইতিহাসৰ আচল শিক্ষা হৈছে অতীতৰ জ্ঞান লাভ কৰি, ভবিষ্যত উন্নতিৰ বাটত আগবঢ়া। তেওঁবিলাকে ইতিহাসক কি ভাবেৰে গ্রহণ কৰিছিল তাক ভল্‌টায়ৰৰ এটা কথাই অতি সুন্দৰকৈ প্রকাশ কৰিছে। তেওঁ কয় "Every present event is born of the past and is father of

the future. The eternal chain can neither be broken nor entangled." তেতিয়াৰ পৰাই বৈজ্ঞানিক প্ৰণালীৰে ইতিহাস লিখিত হবলৈ ধৰিলে। ঐতিহাসিক অনুসন্ধান কৰিবলৈ যাওঁতে আগেয়ে মনত এটা মত ঠিক ক'ৰি লৈ, তাক যিবোৰ কথাই সমৰ্থন কৰে তাক বিচৰা ঐতিহাসিক অনুসন্ধান নহয়। অথচ বহুত ঐতিহাসিকে ঠিক ইয়াকে কৰে। ঐতিহাসিক অনুসন্ধানত জাতীয় বা দেশীয় সঙ্কীৰ্ণতা পৰিত্যাগ কৰিব লাগিব; কোনো সাম্প্ৰদায়িক বা ৰাজনৈতিক বাধ্য-বাধকতাৰ লগত সম্পৰ্ক ৰাখিব নেলাগিব। এটা কথাক সঁচা বুলি গ্ৰহণ কৰাৰ আগেয়ে সেই সম্বন্ধে যিমান দূৰ নিখুত প্ৰমাণ পোৱা যায় তাৰে পৰীক্ষা কৰি লব লাগিব। এইদৰে সংগ্ৰহ কৰা কথা বিলাকক - পুঙ্খানুপুঙ্খৰূপে ফঁহিয়াই চাই তাৰপৰা এটা সিদ্ধান্তত উপনিত হোৱাই বুৰঞ্জীৰ কাম। এনেকৈ সংগ্ৰহ কৰা তথ্যবিলাকৰ পৰা যি স্বাভাবিক সিদ্ধান্ত হব আৰু তেনে সিদ্ধান্তৰ পৰা লাভেই হব নে লোকচানেই হব ঐতিহাসিকে তাৰ নিমিত্তে ভাবিবৰ কোনো প্ৰয়োজন নাই। ঐতিহাসিকৰ কাৰ্য্য হৈছে সত্যৰ প্ৰতিষ্ঠা কৰা; তেওঁৰ কৰ্ত্তব্য হৈছে লাভ-অলাভ, জয়-পৰাজয় কালৈকো কটাহি নকৰি সত্যৰ উদ্‌ঘাটন কৰা। এজন জ্ঞানীলোকে কৈছে যে বুৰঞ্জীৰ গতি এটা সৰল ৰেখাৰ নিচিনা আৰু বিচক্ষণ বুৰঞ্জী লিখক কেতিয়াও তেওঁৰ লিখাৰ ওপৰত বিৰিঙ্গি নোলায়। ঘটনাৰ যথাযথ বিবৰণ দি যোৱাই বুৰঞ্জী লিখকৰ আচল কাম। তাত তেওঁৰ মতামত দিবৰ কোনো সকাম নাই। বুৰঞ্জীৰ অধিষ্ঠাত্ৰী দেবী, কালিদাসৰ শকুন্তলাৰ দৰে, সাজপাৰ নোহোৱাকৈয়ে পৰম ৰূপহী। এনেকুৱা আৰ্হি আগত ৰাখি বুৰঞ্জী লিখা দস্তুৰ ইউৰোপতে ১৯ শতিকাৰ পৰাহে আৰম্ভ হৈছে।

কিন্তু আচৰিত মানিব লগীয়া কথা যে অসমৰ নিচিনা এখন দেশতো ১৩ শতিকাৰ পৰাই ধাৰাবাহিকৰূপে বুৰঞ্জী লিখা দস্তুৰ চলি আহিছে আৰু প্ৰায় তেতিয়াৰ পৰাই বৈজ্ঞানিক ভাবে বুৰঞ্জী লিখা প্ৰথাও চলি আহিছে। বুৰঞ্জীৰ কথা বিলাক যেনে নিভাঁজ সত্য হব

লাগে, তাৰ ভাষাও নিচেই সৰল আৰু আঁত নলগা হব লাগে আৰু তাৰ বৰ্ণনাৰ যেন দুটা অৰ্থ কৰিব নোৱাৰে, এনে ভাবে লিখা হব লাগে ; ইতিহাসৰ বৰ্ণনা বিলাক যিমান দূৰ সম্ভৱ সংক্ষেপ হব লাগে অথচ তাতেই সম্পূৰ্ণ ভাবে ভাবটো ফুলি উঠিব লাগে। তাত সত্যক গোপন কৰিবৰ নিমিত্তে কোনো চেষ্টা থাকিব নেলাগে। অসমীয়া বুৰঞ্জী লিখোঁতে এই কথাবোৰ যে ভালকৈ প্ৰতিপালন কৰিছিল, তাক এই বুৰঞ্জী কিতাপখন ভালকৈ পঢ়িলেই বুজিব পাৰি। ইয়াৰ লিখাত কতো বাহুল্য কথা নাই। কতো অতিৰঞ্জনৰ চেষ্টা নাই। ভাষা যেনে সৰল, তেনে আঁত নলগা। কোনো সঁচা কথাকে গোপন কৰিবৰ চেষ্টা নাই। ৰজাঘৰৰ অনেক চেঁকা-লগা কথাও এই বুৰঞ্জীত খোলাখুলি ভাবে লিখা আছে। এই বুৰঞ্জী বিলাকৰ সত্যতাৰ বিষয়ে মিষ্টাৰ গেইটে, তেওঁৰ The History of Assam কিতাপৰ এঠাইত লিখিছে :—

অসম বুৰঞ্জী সাহিত্য।

"The historicity of these *Buranjis* is proved not only by the way in which they support each other but also by the comparison which is afforded by the Mahammadan writers, whenever they are available for comparison. Their chronology is further supported by the dates on various records."

অৰ্থাৎ এই বুৰঞ্জী বিলাকত লিখা কথাবোৰ যে সচাঁ তাৰ প্ৰমাণ হৈছে, বেলেগ বেলেগ বুৰঞ্জীত লিখা কথা বোৰৰ ভিতৰত মিল আছে, আৰু সেই কথাবোৰ মুচলমান ঐতিহাসিক বিলাকে লিখি থৈযোৱা কথাৰ লগতো মিলে আৰু বুৰঞ্জীত দিয়া শক আৰু তাৰিখো শিলৰ ফলি, তামৰ ফলি আৰু মোহৰ বিলাকত থকা শক আৰু তাৰিখেৰে মিল পোৱা যায়। এনে হবৰেই কথা। কিয়নো যি মানুহে এই বুৰঞ্জীবোৰ লিখিছিল তেওঁবিলাক ঘটনাবোৰৰ সমসাময়িক মানুহ আছিল। তাত বাজেও তেওঁবিলাক ৰজাঘৰীয়া সকলো ভিতৰুৱাল কথাৰ সম্ভেদ পোৱা মানুহ আছিল। অনেক ঠাইত ৰজাই ভাত খাওঁতে মন্ত্ৰীসকলৰ লগত যি

কথা বাৰ্ত্তা পাতিছিল আৰু ৰাজদৰবাৰত যিবোৰ মন্ত্ৰণা আদি হৈছিল সেইবোৰো বুৰঞ্জীত লিখা হৈছিল। ওচৰ চুবুৰীয়া ৰজা বিলাকে লিখা চিঠিবোৰ বুৰঞ্জীত মাজে মাজে দিয়া আছে। তাৰ পৰাই ভালকৈ বুজিব পাৰি যে এইবোৰ সমসাময়িক লিখা আৰু ৰজাঘৰৰ ভিতৰুৱাল কথাৰ সম্ভেদ পোৱা মানুহে লিখা। এই ৰজাঘৰীয়া ঐতিহাসিক চিঠি বোৰৰ হুবহু নকল দিয়া আছে আৰু সেইবোৰ এটাইবোৰত শক আৰু তাৰিখ দিয়া আছে। এই কিতাপৰ পৰিশিষ্টত এনে অনেক চিঠি দিয়া হৈছে। এই চিঠিবোৰ অসমৰ বুৰঞ্জী লিখকৰ নিমিত্তে বৰ মূল্যবান সম্পত্তি। ভাৰতবৰ্ষৰ কোনো জাতিয়ে অসমীয়াৰ দৰে বুৰঞ্জী সাহিত্যৰ গৌৰৱ কৰিব নোৱাৰে।

সামৰণি।

এই বুৰঞ্জীখনিত আহোম ৰাজ্যৰ উৎপত্তিৰে পৰা সৰ্গদেও গদাধৰ সিংহৰ মৃত্যু পৰ্য্যন্ত লিখা আছে। গদাধৰ সিংহৰ পুত্ৰ ৰুদ্ৰসিংহ পাটত উঠাৰ কথাৰ উল্লেখ আছে কিন্তু তেওঁৰ ৰাজত্বৰ বিষয়ে আন কোনো কথা নাই। সেইগুণে এইখন গদাধৰ সিংহৰ ৰাজত্ব পৰ্য্যন্ত বুৰঞ্জী বুলি ধৰিলে হে ঠিক হব। গদাধৰ সিংহই ১৬০৩ শকৰ পৰা ১৬১৭ শকলৈকে ৰাজত্ব কৰে। সেইগুণে, এই বুৰঞ্জীৰ ভাষা ১৭ শতিকাৰ অসমীয়া গদ্য ভাষাৰ চানেকী বুলি ধৰিলে একো ভুল কৰা নহব। ইয়াৰ ভিতৰত এটা লক্ষ্য কৰিব লগীয়া কথা আছে, যে এই কিতাপৰ ৭৪-৬৫ পিঠীত আহোম ৰজা-বিলাকৰ নামৰ যি তালিকা দিয়া আছে তাত প্ৰমত্ত সিংহ ৰজাৰো নাম আছে। এইজনা ৰজা কিন্তু ১৬৬৬ শকতহে পাটত উঠে। এই কথাটোৰ ওপৰত নিৰ্ভৰ কৰি অনেকে এই গ্ৰন্থৰ কাল ১৬৬৬ শক বুলি ভাবিব পাৰে কিন্তু আমাৰ মনেৰে সেইটো ঠিক নহব ; কিয়নো মূল পুথিত শিবসিংহৰ আৰু প্ৰমত্ত সিংহ এই দুজন ৰজাৰ নাম নকল কাৰকে পিচত লগাই দিয়াহে সম্ভব। প্ৰকৃতপক্ষে এইখন প্ৰমত্ত সিংহৰ দিনৰ বুৰঞ্জী হোৱা হলে মহাৰাজ ৰুদ্ৰসিংহৰ ৰাজত্বৰ দিনৰ ইয়াত কোনো কথাৰ উল্লেখ নথকাৰ কোনো কাৰণ দেখা নেযায়। সাৰশেষত আশা কৰো যেন এই কিতাপ ছপা হোৱাৰ পৰা আমাৰ মানুহৰ মনত আগৰ দিনৰ বুৰঞ্জীৰ প্ৰতি ৰাপ বাঢ়িব আৰু ঐতিহাসিক চৰ্চ্চাৰ বাট মুকলি হব। ভগৱানৰ ওচৰত এয়ে আমাৰ একান্ত গোহাৰি।

পুৰণি

# অসম-বুৰঞ্জী

## প্ৰথম অধ্যায়

### ইন্দ্ৰবংশৰ উৎপত্তি

সৌমাৰ পীঠৰ পূৰ্ব্ব দেশত হীৰকূট নামে পৰ্ব্বতৰ দক্ষিণে স্বৰ্ণাদ্ৰি পৰ্ব্বতৰ উত্তৰে বিহগাদ্ৰি নামে পৰ্ব্বত আছে। তাৰে গহ্বৰত বশিষ্ঠ থাকে। সেই পৰ্ব্বততে ৰত্নভূমি প্ৰকাশিত এক থান আছে। তাতে অনেক পুষ্পবাটিকা আছে। তাতে কামোন্মত্ত বাত সদা বহি থাকে। সুগন্ধ পুষ্পযুক্ত লতা বৃক্ষ শোভিত এনে সুন্দৰ থান দেখি, স্বৰ্গৰ পৰা ইন্দ্ৰ দেবতা শচী সহিতে আহি ক্ৰীড়া কৰিছিল। একদিনাপ্ৰতি বশিষ্ঠে গহ্বৰৰ পৰা সৰোবৰত স্নান কৰিবাল আহোতে শচী আদি কৰি স্ত্ৰীসকল সহিতে ইন্দ্ৰে ক্ৰীড়া কৰোতে বশিষ্ঠে দেখিলে। ক্ৰোধ কৰি বোলে, মোৰ আশ্ৰমক অশুদ্ধ কৰিলি নিমিত্তে তোৰ অন্ত্যজ স্ত্ৰীত সঙ্গম হোক; এহি বুলি শাপ দিলে। পাচে ঐশান্য কোনৰ ৰত্নপীঠত মীনাচল পৰ্ব্বতত তপ কৰিবলৈ গৈল। পাচে বশিষ্ঠৰ শাপে ইন্দ্ৰ জ্ঞান গুচি কন্যাসকলৰ আগতে দৈত্যৰূপ মনুষ্য হৈল। মঞে ইন্দ্ৰ হেন আকো নাজানিলে। পাচে শচীএ

বশিষ্ঠৰ শাপ।

স্বামীৰ কলা বোবা হবৰ দেখি শাপৰ সীমাক অপেক্ষা কৰি কন্যাসকলক সংহতি লৈ অসন্তোষ কৰি স্বৰ্গক গৈল।

পাচে গৌৰ বৰ্ণ সিংহবন্ধ কটি পুৰ্ণিমাৰ চন্দ্ৰ সম মুখ বিনীতা, দীৰ্ঘ কেশী, এনে সুন্দৰী কোনো এক দৈত্যৰ স্ত্ৰী অটা এই আশ্ৰমৰ ওচৰতে তেওঁক দেখি, কৌতুক মনে বোলে তুমি দেৱতা নে মানুষ? দৈত্য নে কছাৰী? বোবোৰা কলা হেন দেখো। তুমি কিয় ই ঠাই ফুৰিছা? এহি বুলি মনে হৰ্ষ কৰি, তেঞোৰ ওচৰ চাপি উত্তম পুৰুষ হেন জানি কামযুক্ত হুই উৰুত বৈসাই সঙ্গমসূচক অনেকো বচন বুলিলে। ইন্দ্ৰেও কামবানে পীড়িত হুই সঙ্গমক ইছা কৰিলে। পাচে দুইৰো সঙ্গম হল। শাপমুক্ত হুই ইন্দ্ৰে জ্ঞান লভি কন্যাক বুলিলে, জানা প্ৰিয়া, তোমাৰ গৰ্ভত যি এক পুত্ৰ হুব, সি ৰাজা হুব। তাৰ পুত্ৰ নাৰ্তি বহুত ক্ৰমে ৰাজা হুই পৃথিবীত ঠাই ঠাই থাকিব। এহি বুলি ইন্দ্ৰ স্বৰ্গক গৈল।

পাচে কন্যাও মনত সন্তোষ হুই থাকিল। কালবশত থাকি ১০৪১ শকত পুত্ৰ জাত হৈল। জন্মকালত দেৱতাসকলে হৰ্ষ কৰি স্বৰ্গত অনেক বাদ্যসকল বাজিল। দশো দিশ প্ৰকাশ হৈল। সৰোবৰ সকলো নিৰ্ম্মল হৈল। বালকৰ লক্ষণ আকুঞ্চিত কেশ, সিংহস্কন্ধ গ্ৰীৱা, ওভতা লোম, হস্ত পাদ চক্ষু ৰক্ত বৰ্ণ। দক্ষিণ হস্তত তিনিটা তিল শঙ্খ পদ্ম; বাম হস্তত অঙ্কুশ গদা, উদৰত তিনিটা ৰেখা কান্তি শ্ৰীমন্ত। এনয় চিহ্নযুক্ত ইন্দ্ৰ পুত্ৰে ১০৭১ শকত স্বৰ্ণাদ্ৰি পৰ্ব্বতত কিৰাতসকলৰ ৰজা হৈল। তেঞোৰে ১৮টা ভাৰ্য্যা হৈল। সেই ভাৰ্য্যাত হন্তে ১০০ পুত্ৰ হৈল। সমস্তে বালক ৰাজ লক্ষণে যুক্ত প্ৰখ্যাত গুণ পৰাক্ৰম। সেই সকলে থানে থানে পৰ্ব্বতি সকলৰ ৰাজা হৈল। সেই সকলত হন্তে যি পুত্ৰ হৈল সিও পৰ্ব্বতি লোকৰ ৰাজা হৈল। সেই সকলৰ পৰা যি

ইন্দ্ৰপুত্ৰ।

পুত্ৰ পৌত্ৰী হেল, সি সকলেও বিহগাচল পৰ্ব্বত ব্যাপিলে। সেই সকলে স্বৰ্ণাদ্ৰি বিহগাদ্ৰি অন্যো পৰ্ব্বতসকল আক্ৰমি ললে। সবংশে জুৰি পূৰ্ব্বে সৈন্যসকলৰ যি অধিকাৰী আছিল তাকো ই সকলে কাটি মাৰি বশ কৰিলে।

পাচে সেই বংশতে সাক্ষাৎ ইন্দ্ৰতুল্য এক বালক জন্মিল, ১২৫০ শকত। আজানুলম্বিত কৰ, বেল ফল সদৃশ মস্তক, গোৰ বৰ্ণ, পিঙ্গল কেশ, কৰত যব অঙ্কুশ, পদতলত দীৰ্ঘ ৰেখা, পাঞ্চ আঙ্গুলি সমান। এনে ৰাজ চিহ্ন যুক্ত এক জনে তিনি ভ্ৰাতৃ সহিতে আৰু সাতোটা জ্ঞাতি লগত লৈ পৰ্ব্বতৰ পৰা সোমাৰ পীঠক নামি আহোন্তে সাতোটা টিলিকি মাৰিলে, সাতোটা চাপৰি মাৰি যাত্ৰা কৰি সৌগন্ধিক বস্তু মুখত ললে, ৰেখা সাতোটা দিলে। বাটৰ পৰা ভাএক পশ্চিমৰ কম দেশলৈ গৈ সেই দেশৰ ৰজা হল। শত্ৰু জিনি বশ কৰি বড় ভাএক ৰাজা হই, প্ৰজাক প্ৰতিপাল কৰি থাকিল গৈ। সিবোৰৰ সেই ঠাইতে বংশো বিস্তৰ হল। ই জনা শত্ৰু মিত্ৰ সুহৃদকো জানোতা, দেশ কালৰ ভেদকো বুজোতা, এনে পুৰুষ সোমাৰ পীঠত ৰজা হবৰ নিমিত্তে চেংচোম দেৱক ভিঙ্গিত লৈ আৰু লগত অহা লোকসকলক আৰু আত্মতুল্য সুবুদ্ধি তিনি জন মনুষ্য সহিতে মন্ত্ৰণা কৰিলে, ১২৭৭ শকত। বোলে উপাই কৰি প্ৰজা সকলক বশবৰ্ত্তী কৰি লৈ ঠায়ে ঠায়ে অধিকাৰীসকল যি আছে তাক মাৰিব লাগে। এই বুলি কিছু কিছুকৈ আক্ৰমি লৈ ৰাজা হল, ১২৮৪ শকত।

বংশবৃদ্ধি।

তেওঁৰ পুত্ৰ মহা তেজস্বী, ৰাজনীতি ভেদকো জানোতা, প্ৰচণ্ড চৰিত্ৰ, উদ্যমশীল, স্তম্ভন বশীকৰণ এই সকলকো জানে, ভবিষ্যত কাৰ্য্যকো জানে, পিঠি কোথ গল উপস্থত ৰাজচিহ্ন আছে, দুই হস্তত যব অঙ্কুশ, অনামিকা কনিষ্ঠ অঙ্গুলি সমান, হস্ত পদ চক্ষু ৰক্ত। এনে জনে পিতৃ স্বৰ্গী হলত ১৩১১ শকত

ৰাজা হল। পাচে পিতৃৰ প্ৰতিজ্ঞাক স্মৰি, আজ্ঞাকাৰী প্ৰধান মন্ত্ৰী তিনি জনেৰে মন্ত্ৰণা কৰি প্ৰজাসকলক মিত্ৰ ভাবে বশৱৰ্ত্তী কৰি পিতৃতকৈ অধিক কৰি পৃথিবী আক্ৰমি ললে। তেওঁৰ পুত্ৰ দৈত্য শাস্ত্ৰত পাৰ্গত তিনি পুত্ৰ হল। পিতৃৰ প্ৰতিজ্ঞাক পুত্ৰসকলও কৈ স্বৰ্গী হল। পুত্ৰসকলে পিতৃৰ আজ্ঞা ধৰি স্থানে স্থানে ৰজা হল।

সেই সকলৰ মধ্যত শ্ৰেষ্ঠ একজন প্ৰখ্যাত গুণ পৌৰুষাদি, আয়ত নেত্ৰ, ৰক্ত পাণিপাদ, সিংহৰদ্ধ গ্ৰীবা, মহাভুজ সেই জনে পূৰ্ব্বে হৰক আৰাধন কৰিছিল। ১৪৬৭ শকত ৰাজা হল। ইন্দ্ৰক আৰাধনৰ দ্বাৰাএ এওঁৰ এক পুত্ৰ জন্মিল মহা-পৰাক্ৰমী। পিতৃ স্বৰ্গী হলত ১৪৮১ শকত, ইন্দ্ৰৰৰে যি পুত্ৰ এওঁ ৰজা হল। ৰত্নপীঠৰ সৌমাৰকো আক্ৰমি লৈ পুনৰ্ব্বাৰ ৰত্নপীঠতে থাকিল গৈ। পাচে তেওঁ স্বৰ্গী হলত, পুত্ৰ মহাপৰাক্ৰমী উদ্যোগী, স্তম্ভন বশীকৰণ ভবিষ্যত কাৰ্য্যকো জানোতা, পিঠি কোখ গল উপস্থত যবচক্ৰাদি চিহ্ন আছে, আজানুলম্বিত কৰ, হস্ত পাদ চক্ষু ৰক্ত, অনামিকা কনিষ্ঠাঙ্গুলি সমান, আনো ৰাজলক্ষণ অনেক আছে, ১৪৯১ শকত ৰজা হুই ব্ৰহ্মপুত্ৰৰ উত্তৰৰ অৱশ অধিকাৰী সকলকো মাৰি সৌমাৰেশ্বৰ হল।

তেওঁৰ আঠ পুত্ৰ হল। মহাপৰাক্ৰমী, বলৱন্ত। পাচে পিতৃ স্বৰ্গী হলত ১৫৫৯ শকত, আঠ ভ্ৰাতৃৰ মধ্যত সৰ্ব্বগুণে শ্ৰেষ্ঠ ৰাজনীতিত সমুদ্ৰ প্ৰায়, সেই জনে সৌমাৰত ৰাজা হল। পাচে তেওঁ স্বৰ্গী হলত ১৫৬৭ শকত, তেওঁৰ পুত্ৰ ৰজা হল। মহা তেজস্বী পণ্ডিত, তেওঁ মন্ত্ৰী সকলেৰে আবৃত হুই ১৫৭৯ শকত কামৰূপ আক্ৰমি ললে। তাত পাচে ১৫৮১ শকত কাম পীঠক সৌমাৰ পীঠক আক্ৰমি লবৰ নিমিত্তে যবনে আগমন কৰিলে, ১৫৮৩ শকত আক্ৰমি ললেহি। ১৫৮৬ শকত যবন গলত কিছু দিন থাকি ৰাজা স্বৰ্গী হলত, মন্ত্ৰীসকলে অৰাজক

ডৰত থাকি ৰাজাৰ পুত্ৰ নাইকোতে ইন্দ্ৰবংশী ৰাজ লক্ষণে যুক্ত এনে এজনক ৰজা পাতিলেনি। তেঞো স্বৰ্গী হল ১৫৯১ শকত। পাচে ইন্দ্ৰবংশত জাত হোঞতা এনে ৰজাসকল হল, নাম মাত্ৰ। মন্ত্ৰী সকলৰ ভেদ বুদ্ধিত থাকি অল্পতে নাশ হল, ১৬০৩ শকত। পিঙ্গটা চক্ষু কেশ আজানুলম্বিত আনো ৰাজ লক্ষণে যুক্ত ইন্দ্ৰ বংশত জাত, এনে একজনে ৰাজা হুই প্ৰাগ্‌জ্যোতিষপুৰ আক্ৰমি ললে, ১৬০৪ শকত। পাচে তেঞো স্বৰ্গী হলত, ১৬১৭ শকত তেঞোৰ পুত্ৰ মহাতেজস্বী শক্তিমন্ত উৎসাহযুক্ত নৃপতিৰ মধ্যত দুৰ্ল্লভ, দানী মানী যশস্বী ৰাজা হল। এঞে পূৰ্ব্ব জন্মত ব্ৰাহ্মণ আছিল। সন্ন্যাসী হৈ মনিকূট পৰ্ব্বতত তপস্যা কৰিছিল, সৌমাৰ পীঠত ৰাজা হুৱলৈ, পাচে তেঞে ১৬২৮ শকত হিড়ম্ব দেশক আক্ৰমি ললে। তাত পাচে ১৬২৯ শকত জয়ন্তী দেশ মাৰিলে। পাচে যবনক মাৰিবৰ নিমিত্তে কামৰূপলৈ আহি স্বৰ্গী হল। ১৬৩৬ শকত তেঞোৰ জেষ্ঠ পুত্ৰ ৰাজা হল। মহা তেজস্বী ধৰ্ম্মশীল দুৰ্গা উপাসক। আনো ৰাজ লক্ষণ অনেক আছে। পাচে তেঞো স্বৰ্গী হলত, তান ভ্ৰাতৃ সন্তশীল প্ৰাণীৰ মৰ্ম্মক জানোতা এনে জন ৰজা হল ১৬৬৬ শকত।

---

## আন এক প্ৰকাৰ

পূৰ্ব্বে বশিষ্ঠ মুনিএ এই দিখৌ নদীৰ আগাৰিত এক বাৰাণসী তুল্য পবিত্ৰ ক্ষেত্ৰ নিৰ্ম্মাণ কৰিবৰ ইছা কৰিলে।

বশিষ্ঠৰ শাপ।

নদীকো বাশিষ্ঠী গঙ্গা নাম দিবলৈ ইছা কৰিলে। নৈৰ উজনি দেশত জলৰ সমীপত্তে দুই ক্ৰোশ পৰিমাণ স্থানত এক হাজাৰ শালগ্ৰাম পুতিলে। মধ্যতে লক্ষীনাৰায়ণ শালগ্ৰামক পুতিলে। চৌপাশে কুশ তুলসী আমলখী অশ্বথ কলে। এই প্ৰকাৰ কৰি পুৰশ্চৰণ কৰিবলৈ

আৰম্ভিলে। পাচে ইন্দ্ৰদেৱতাএ বিস্তৰ লোক ভৰি স্বৰ্গলৈ যাব হেন জানি মেঘক আজ্ঞা কৰিলে। বৃষ্টি কৰাই নদীকো বঢ়াই বশিষ্ঠকো স্থানকো বুড়াই পূজাৰ সামগ্ৰীকো উটাই নিলে। পাচে বশিষ্ঠে কোপ কৰি ধ্যান কৰি ইন্দ্ৰৰ অকাৰ্য্যক দেখি ইন্দ্ৰক শাপ দিলে বোলে তোৰ ম্লেচ্ছ যোনিত জন্ম হৌক, যাতো দেৱতা হুই ম্লেচ্ছৰ কৰ্ম্মক আচৰিলি। নদীকো শপিলে বোলে তোৰ তীৰত ম্লেচ্ছ লোক নিবাস কৰিব। তঞি মলমূত্ৰবাহিনী হৈবি, তোৰ তীৰত যি নৰে প্ৰাণ ছাডিব সিও প্ৰেত হৈব। পাচে লক্ষ্মী নাৰায়ণ শালগ্ৰাম যি পুতিছিল, তেঞোকো তুলি আনি বুলিলে, তোক ম্লেচ্ছ ৰাজাগণে গোমাংসেৰে শূকৰৰ মাংসেৰে সুৰাএৰে পূজিব। ম্লেচ্ছ ভাষাএ তোৰ নাম চোং হৈব। ম্লেচ্ছ ৰাজাগণে অতি গোপনি কৰি পূজিব। পাচে এই শাপক শুনি ইন্দ্ৰেও নদী-এও বিস্তৰ স্তুতি কৰি বশিষ্ঠৰ চৰণত পৰি শাপৰ সীমাক প্ৰাৰ্থনা কৰিলে। পাচে মুনি তুষ্ট হুয়া ইন্দ্ৰক বুলিলে, এই ম্লেচ্ছ জাতিৰ নাৰীত বীৰ্য্যাধান কৰি পূৰ্ব্বৱতে স্বৰ্গত থাকিবি, কিন্তু পুত্ৰৰূপে ম্লেচ্ছ শৰীৰক ধৰিবি। নদীক বুলিলে, কলি যুগৰ দশ হাজাৰ বৎসৰ গৈলে তোৰ শাপ গুছিব। এই বুলি বশিষ্ঠে অসন্তোষ কৰি ক্ষেত্ৰ নাপাতি কামৰূপত ভগুৰুৱা নদীৰ তীৰত পৰ্ব্বতৰ মধ্যত আশ্ৰম কৰি থাকিল।

অনন্তৰে ইন্দ্ৰ দেৱতাএ শ্যামা নাম বিদ্যাধৰীক আদেশ কৰিলে, বোলে, হে শ্যামা বশিষ্ঠ মুনিএ মোক ম্লেচ্ছ শৰীৰ ধৰি-* পৰ্ব্বতত চেংতাম্ নাম নড়া ৰাজাৰ ভাৰ্য্যা হুই থাকাগৈ। মঞি তোমাৰ উদৰত গৰ্ভাধান কৰি পুনৰ্ব্বাৰ স্বৰ্গক আহিম। পুত্ৰ ৰূপে মঞি ম্লেচ্ছৰ ৰাজা হুই ৰাজ্যক প্ৰতিপাল কৰিম। পাচে শ্যামা বিদ্যাধৰীয়ে ইন্দ্ৰৰ এই আজ্ঞাক পাই চেংতাম নড়া ৰাজাৰ ঘৰত পৰম সুন্দৰী পদ্মিনী ভাৰ্য্যা হুই থাকিল। তেঞোৰ নাম হল

* এইখিনিত মূল কিতাপত কিবা বৈ গ'ল যেন লাগে।

নাংকুক্ থান্‌চেন্। মাকৰ নাম কুংড়েমান্‌কা। বাপেক ৰাজ-মন্ত্ৰীৰ নাম চাংড়াম। পাচে ১০৪০ শকত শুভ সময়ত ইন্দ্ৰে আসি স্বামীৰ বেশ ধৰি চেংতাম্ নড়া ৰজা পশু মাৰিবলৈ গলত, ভাৰ্য্যাত বীৰ্য্যাধান কৰি নিশা স্বপ্ন দেখালে বোলে, মঞি ইন্দ্ৰ দেবতাএ তোত বীৰ্য্যাধান কৰিছো, ই যি পুত্ৰ হব, তাক মোৰ কলা অৱতাৰ জানিবি। ই প্ৰতাপী ৰাজা হৈব। ইহাৰ নাম স্বৰ্গ-নাৰায়ণ হৈব। আজি ধৰি পুত্ৰ নহই মানে তঞি স্বামীৰ সঙ্গলৈ নাযাবি, সাবধানে থাকিবি। তোক উস্থত থানত নিলগাই ৰহস্যে থব। পাচে পুত্ৰজন্ম হৈলে মঙ্গল কৰি স্বুবৰ্ণৰে মলমা কৰা জখলাৰে তোমাক পুত্ৰ সহিতে নমাই আনিব। এই বুলি ইন্দ্ৰ গৈল।

পাচে সেই কন্যাএ সেই সম্ভোগৰ স্বপ্নৰো কথা নড়া ৰাজাত কহিলে ; ৰাজা শুনি মীনাচল পৰ্ব্বতৰ ওপৰত উস্থত চাঙ্গ-ঘৰ সাজি ৰোজ বাজ দি দাসী দি সাবধানে গৰ্ভাৱতী ভাৰ্য্যাক থলে নি। ১০৪১ শকত শুভ সময়ত ৰাজ মহিষীৰ পুত্ৰ জাত ভৈল। ৰজাও পুত্ৰৰ জন্ম শুনি আনন্দ মঙ্গল কৰি, স্বুবৰ্ণেৰে মলমা কৰা জখলা দি ভাৰ্য্যাক পুত্ৰক নমাই আনিলে। পাচে আপোনাৰ নামে দেৱদুগ কৰি পুত্ৰৰ নাম থলে চাক্যাচক্যা। স্বপ্নত ইন্দ্ৰৰ আদেশে নাম দিলে স্বৰ্গনাৰায়ণ। পাচে অনুক্ৰমে সেই বালকে গুণৱন্ত, বলৱন্ত তেজস্বী হুয়া যুবৰাজ হুয়া নীতি ধৰ্ম্মে প্ৰজাক পালিলে। পাচে বাপেক চেঙ্‌তাম ৰজা মৰিলত, স্বৰ্গনাৰায়ণ স্বতন্ত্ৰ ৰাজা হল, ১০৫৯ শকত। স্বৰ্গনাৰায়ণৰ বেটা পানিপুঙ্ জন্মিল ১০৭১ শকত। পাচে স্বৰ্গনাৰায়ণৰ ভোগ অৱসানত পানিপুঙ্ ৰাজা হল, ১০৯৮ শকত। স্বৰ্গনাৰায়ণৰ ভোগৰ বৎসৰ ৩৯। পানিপুঙৰ দুই পুত্ৰ হল। চিউক্ৰেন্ ফা বড়, চিউক্ ফা সৰু। পাচে পানিপুঙ্ মৰিলত, চিউক্ৰেন্ ফা ৰজা হল ১১৪৪

ইন্দ্ৰৰ পুত্ৰ সোণৰ জখলাৰে নামি অহা।

শকত। এক বৎসৰৰ পাচত চিউক্ ফাএ বড় ভাইৰ পৰা অসন্তোষ পাই ককায়েকক প্ৰণাম কৰি সি ৰাজ্যত নথাকো বুলি নামি আহিল।

---

# দ্বিতীয় অধ্যায়

## আহম ৰাজ্য

আত পাচে ইন্দ্ৰবংশী স্বৰ্গনাৰায়ণ দেউ মহাৰাজা স্বৰ্গৰ পৰা যিৰূপে নামিল তাৰ লেখা। ক্ষত্ৰিয়ৰ ৰাজাসকল গুছিল। পৃথিবীত ম্লেচ্ছৰ ৰজাসকল হৈ দেবতাসকলৰ পূজা সেৱা এড়িলে। পূজা গুছিলত দেবতাসকলে ইন্দ্ৰত গোচৰ দিলে বোলে আমাৰ পূজা গুছিল। পাচে ইন্দ্ৰে বিমৰসা কৰি আপোনাৰ দুই নাতি খুনলুং খুনলাই, আৰু চোমচেঙদেৱক দি বোলে তহত থাক মানে আৰু চাবি পাচলৈ মল চক্ষুএ চাব নেপাই। এই বুলি পণ্ডিত শূদ্ৰ পৰিচাৰক লগত দি সোণৰূপৰ জখলাৰে পৃথিবীলৈ পঠাই দিলে, বোলে পণ্ডিতে আওবড় বোৱাব, সোণৰূপ গছত আড়ি ৰজা পাতিব। পাচে নামি আহি মুংক-মুংৰাম দেশত ৰাজা হৈল। ৰাজা হৱৰ সময়ত দুই ভাএকৰ দন্দ লাগিল। বড়টে বোলে মঞি হে ৰাজা হব পাঞ। সৰুটে বোলে মঞি হে ৰাজা হব পাঞ। পাচে বাইলুঙ দেওধাইবোৰে মেলপাতি সুধিলে বোলে তোমালোকক ইন্দ্ৰ দেৱতাএ দন্দ কৰিবলৈ বাধা কৰিছে। তেওঁ যে কৰিছা ভাল, আওবড়ত কোনে কত সোণৰূপ আড়িছা। বড়টে বোলে মঞি ভালত আড়িছোঁ। সৰুটে বোলে মঞি ভালতো

খুনলুংখুনলাই।

আড়িছোঁ। শিপাতো আড়িছোঁ। পণ্ডিতে বোলে, তুমি ভালত আড়িছাঁ ভলুৱা হলা। এঞো ভালতো শিপাটো আড়িছে এঞেহে ৰাজা হব পাই। এই বুলি সৰুটো খুন্‌লাইক ৰাজা পাতিলে। বড়টো ৰোহ কৰি স্বৰ্গ লৈ গল।

পাচে ৰাজঅভিষেক কৰিবলৈ দেওকুকুৰা ভাৰে পাখিৰ টুপী লাগে, তেহে ৰাজা হব পাই। পাচে লগত অহা জৰা-ধৰাক স্বৰ্গলৈ পঠালে। সি গৈ ইন্দ্ৰত কলে বোলে দেওকুকুৰা খুজিছে। পাচে তাৰ হাততে দেওকুকুৰা দি পঠালে। বোলে পাখি, ডেওনা, ঠোঁট, নখ, চাল, হাড়ক ৰাজা খাব। মঙ্গহ আগমঙ্গহ পাত্ৰে খাব। পাচে সি আহি এই বুলি কলে, পাখি, ঠোঁট, হাড় চাল, আমাক খাব দিছে, মঙ্গহ আগ-মঙ্গহ তোমাক খাব দিছে। এই বুলি কলত ৰাজা খালে। আনবোৰ সি পুৰি খালে। পাচে ইন্দ্ৰে বোলে এই জখলা থাকিলে পাচলৈকো এইৰূপে আহিব বুলি জখলা গুছালে। পাচে খুনলাই ৰাজা হৈ জৰাধৰাক ৰাজ্য দেশসকল ৰবাবলৈ পাঞ্চিলে। সি গৈ মাঙ্‌তৰা দেশত ৰাজা হল গৈ। খুনলুং যি স্বৰ্গলৈ গৈছিল তেঞোৰ ঘৰিণীএকৰ গৰ্ভত থাকিল। সেই কন্যা ৰাজাৰ ভয়ত পলাই আছিল। পাচে বালক এটি জন্মিল। সেই লৰাটি সামৰ্থ হুই হাতীঘাস কাটি জীবিকা কৰিছিল। খুন্‌লাই ৰাজা হৈ ১০০ বৎসৰ ৰাজ্য ভোগ কৰিলে। পাচে পাত্ৰ মন্ত্ৰী সকলেৰে সমালোচন কৰি বোলে মোৰ যে পুত্ৰ নাই, ককাইৰ ঘৰিণীএকৰ গৰ্ভ থাকিল, কলৈ গল বিচাৰ কৰা যাওক। বিচাৰি নাপাওতে এটাএ কলে বোলে, ঘাহৰ ভাৰ আনোতে কাণত ভাৰ নেলাগে, বড় সুন্দৰো দেখি। এই বুলি কলত বিচাৰি আনি বোলে, তঞি কোন তোৰ মাৰ বাপেৰ বা কোন? পাচে মাককো বিচাৰি আনি সুধিলত, ভ্ৰাতৃ-পুত্ৰ স্নেহ জানি পুত্ৰৰূপে ৰাখিলে।

পাচে খুনলাই মৃত্যু হলত, তেঞো ৰজা হল। এঞোৰ ১০০ পুত্ৰ জন্মিল। পাচে অনেকদিন ভোগ কৰি ১০ পুত্ৰক

জ্যাঙচেংলেও। ৰাজ্য বিভাগ কৰি দি বড় পুতেকক মধ্যত ৰজা পাতি এঞো স্বৰ্গী হল। পাচে তিনি পিড়িৰ পাচত মুল ধাৰাৰে সন্ততি জ্যাওচাংনেও নামে ৰজাএ বোলে ই দেৱতাৰ ৰাজ্য। প্ৰজা বৃদ্ধি নহবৰ দেখি উত্তৰ পশ্চিম মুংখামুংজা ৰাজ্য ল গল। শত্ৰুৰ পৰাভয়ত ৰব নোৱাৰি তাৰ পৰা মৰাণৰ ৰাজ্যলৈ গল। তাৰো পৰা মৰাণে খেদিলে। পাচে নড়া ৰাজ্যলৈ আহিল। নড়াৰাজাৰ পুত্ৰ নাইকোতে পুত্ৰৱতে ৰাখি জীয়েকক বিবাহ দিলে। তেঞোতে হন্তে চুকাফা জন্মিল। এক বৎসৰৰ পাচত নড়াৰাজাৰ পুত্ৰ জন্মিল, চুক্ৰান্ ফা নাম থলে।

পাচে চুকাফাৰ পিতৃ মাতৃ দুয়ও মৰিলত, বুঢ়ী মাকে তুলিলে। সামৰ্থ হলত, পাচে নড়াৰাজা মৰিলত, বুঢ়ী মাকে বোলে,

চুকাফা। ৰুপা নড়াৰাজা পুতেকক ৰাজা নাপাতি তোক পাতিব নি কি? আতে বা কোনে মাৰে কাটে? এই বুলি চোমচেঙদেওক ভাতৰ টোপলাৰ সান্ধিত দিলে। হাতী দুটা মাখুন্দী, দন্তাল। তাৰে মাউত এটা ফংপিম নামে। ঘোড়া ২টা, ফৰ ৭ খন, বৰ্চ্চি ৫ গছ, আগে ৰাপেকৰ লগতে অহা বড় গোহাঞি পাঞ্চ হাতীমুৰিয়া বড়ুৱা চাখনলাক ১, লাম্নখৰু ১, কথ_ম ১, সুংজি ১, কাণ্ডণ ১, খুন্তু ১, এই ৯টা আৰু নড়া ৰাজাকো অনুবৰ্ত্তী থকা ভাল মানুহ গোটা-চাৰেক, হেঙ্গদান চুকাফাৰ ২ খান, তাৰ প্ৰভাৱ এখানি টোক-টোকালে মাচ, পছ চৰাই মাৰিব পাৰি, এখানি যি দিশলৈ দাঙ্গে সেই দেশৰ লোক বশৱৰ্ত্তী হয়। দুই গোহাঞিৰ ২ খান, পাচে হাতীমুৰিয়াৰ ৫ খান, ভাত ৰান্ধা তামৰ টেকেলি ৩০৬, তিনি কঠাকৈ চাউল সিজে একোটাত। এই প্ৰমাণে মানুহ ১০৮০ বুজিব পাৰি। এই সকল সহিতে নড়াৰ পৰা গুচি

আহিল। পাচে নড়াও খেদি আহি বনকলা কেতুবি বাটত কটা দেখিলে, একোবেগততকৈ কেঁও বাঢ়িছে। অধিক দিন হল নাপাওঁ হেন জানি উভটি গল। এতেকেহে সেই খানিক এতিয়াও নড়া ওভটা বোলে।

প্ৰথমে নডাৰ পৰা এক বৎসৰে পালেহি পুনাতি, তাৰে পৰা বুঢ়াগোহাঞিক পাচিলে বোলে নদীনলা চলাচল গাঞং ভুঞং কোন পোনে যাবলৈ ভাল চা গৈ। এই বুলি তাৰ পৰা হাতীধৰা পালেগৈ। তাৰ পৰা নৈ পাৰ হৈ বিৰেন পালেহি। তাৰ পৰা চাখাই পালেহি। তাৰপৰা মগলু পালেহি। তাতে একবৎসৰ থাকি নগাৰ বানকাক্ মুনহিং দুই গাঞং মাৰিবলৈ ডাঙ্গৰীয়া পাচিলে। খুন্তুকা-খ্ৰুম কাগুণ থাউমুন বাঙ্গলু, কেও্খুন এই সকল গৈ সেই গাঞমাৰি পুনৰ্ব্বাৰ মগলুতে ৺ৰ লগ ধৰিলেহি। তাৰ পৰা লংপেত-লৈ আহিল। বাটত লগ ধৰি অহা মানুহ লুতেয় অটা। তাৰ পৰা লাখাম মুনপ'ম পালেহি। এইৰূপে ঠাএ ঠাএ বৈ আহি দি-চাঙ্গত কাকবাইঁৰ ভুৰ বান্ধি পাৰ হৈ দিখৌ কোখত মৰাণ গাঞত ৰহি তাতে লগৰ মাশুহে বোলে আমাৰ লগত দেবৰাজা আহিছে, তইঁতে ৰাজা মান নামান? সিহঁতে বোলে মানিব নোৱাৰোঁ। যদি মহৰ শিং একে ঘাএ কাটে, একে বলে সোকা টানি উলিয়াব পাৰে, তেহে ৰজা মানিব পাৰো। পাচে সকলে যুগুতি হৈ মহশিং ওৰে ৰাতি পানি তপতাই সিজালে। সোকাৰো জোৰা সোলোকাই থৈছিল। পুৰা সকলোকে চপাই শিঙ্গকো একে ঘাএ কাটিলে, সোকাকো টানি আনিলে। পাচে সকলো প্ৰমান দেখি ৺মানি ললে। তাৰে দুই চাৰিএ খি নামানিছিল তাকো মদ ভাত খুৱাই বলিয়া কৰি ৺নমনা বুলি সেই কেই ঘৰৰ মুৰ মানুহ কাটিলে।

পাচে সকলো বশ হৈ ৺মানি ললে। সিহঁতৰ দুই টুপ লগোৱা ঘৰ আছিল, তাকো ৺কে দিলে। তাৰে পৰা দুই টুপ

লগোৱা ঘৰ হল। আমে থাকিব নাপাই আক মৰাণে আলু কচু

ৰৰাহী চাঙ্গমাই। চেকীয়া মেটকা নেকাপু মেচাকি মেজাঙৰি ভেটে তাক ৺এ খাব নাজানে। লগত থকা ৰৰাহীত সোধে বোলে তইঁতে কেনেকৈ খা. আমাকো সিজাই দে। পাচে সিহঁতেও সিজাই দিলে। ভাল পাই খালে, বোলে আজিৰ পৰা তইঁতক বান্ধনী পাতিলোঁ। এতেকেহে অদ্যাপিও ৰৰাহী চাঙ্গমাই হল, ৰৰাহী ৭ ঘৰ, মৰাণ ১২ ঘৰ। এইৰূপে বশ কৰি লৈ তাৰ পৰা বড়ডুবাৰলৈ আহিল। তাৰ পৰা জিংপুঙ্গলৈ গল। তাৰ পৰা খামজাঙ্গলৈ আহিল। তাৰে পৰা নগা মাৰিবলৈ ভাঙ্গৰীয়াবোৰক পাচিলে।

ই বোৰে গলত ভয় হুই নগাৰ ৰুংখুং ১, খানলহাং ১, ভিজাং ১, বিলাও ১, লাতেমা ১, পাহুক ১, তাৰুক ১, এই

নগা গাঁও আক্ৰমণ। সাতখন গাঞে আপুনি ৰৰিল হি। সেই নগাৰ হাতোয়াই তপলু, তপলি, ভঙ্গতিন, জেখাম্ এই চাৰি খন গাঞে মৰালে। যিবোৰে বড়কথা মাতিছিল, তাৰ ককাএক বাপেকৰ মঙ্গহ কাটি খুৱালে। ভাঙ্গৰীয়াবোৰেও খামজাঙ্গতে ৺ৰ লগ ধৰিলেহি। তাৰ পৰা নৈকাউলৈ আহিল। তাৰ পৰা নামপুঙ্গলৈ আহিল। তাৰ পৰা নামৰূপলৈ আহি ১২৮৪ শকত ৰজা হুই কিছু কিছু জনস্থান আক্ৰমি ললে। নামি আহোতে পুনাতিৰ পৰা বুঢ়াগোহাঞিক বাট পথ চাবৰ নিমিত্তে বেতিয়া পাচিলে, বুঢ়াগোহাঞি আহি দিশ পাহৰি ৺ৰ লগ হৰুৱাই নামি আহি দিলীহ পাৰ হৈ পৰ্ব্বতত ফুৰোত্তে পিচলা খাই পৰিলত, কাকবাঁহৰ হুলে ফুটিলে। হুলো থাকিল। দুখ পাই যাব নোৱাৰি এঘৰ মৰাণৰ ঘৰত ৰলহি।

পাচে সকলো বৃত্তান্ত কলত মৰাণে ঔষধ দি খুৱাই ধুৱাই চালে, বোলে তই কত বিচাৰি পাবি, মোৰ এখেতে থাক। এই বুলি সুন্দৰ মানুহটো দেখি জীয়েকক বিয়া দিলে। পাচে পুত্ৰ এটি জন্মিল।

বুঢ়াগোহাঞি মৰোতে যৈনীএকত কলে, বোলে এই কাকশাঁহৰ চুলাত হেঙ্গদাম খনি থৈছো। কোনো দিনত যদি বুঢ়াগোহাঞি বুলি গোনাওতা হয়, আকো দেখাই তইঁতে মোৰ সকলো সঙ্কেত কথা কৰি। এই বুলি বুঢ়াগোহাঞি মৰিল। সাত বৎসৰ পাচত চুকাফা ৺ বোলে আমাৰ যে বুঢ়াগোহাঞি হৰাল, আতে কত বা আছে নেকি, বিচাৰ কৰক। পাচে এই কথা শুনি বুঢ়াগোহাঞিৰ যৈনীএকে লৰাটি লৈ ৺ত কলে গৈ, হেঙ্গদানকো দিলে। চিন প্ৰমান অহা সঙ্কেতকো কলত, প্ৰমান পাই সেই লৰাটিকে বুঢ়াগোহাঞি পাতিলে। তাৰে পৰা বুঢ়াগোহাঞি হল।

বুঢ়াগোহাঞি বিষয়।

তাতে দুই বৎসৰ আছিল। পাচে নগাৰ খুনবাও এটাৰে মিত্র কৰিলে। একদিন ৪০ জন মানুহেৰে হাবিত ভৰিকৰ ঘাই পাতি চৰাই মাৰিবলৈ যাওঁতে ৺ হাবি সোমাই ঘাই পাতিছে। এনেতে নগাএ বাৰ্ত্তা পাই, জাঠি বৰ্চ্চা দা লৈ ৺ক মাৰিবলৈ ৮০ মান নগা খেদি আহিল। এই কথা খুনবাৱে জানি আন বাটে আহি ৺ত কলেহি, বোলে তোমাক মাৰিবলৈ নগাএ খেদি আহিছে, শীঘ্রে ওলাই যোৱা। পাচে এই কথা জানি চৰাই ঘাই হাবিতে এৰি গুছি আহিল। নগা আহি বিচাৰি নাপাই উলটি গল। পাচে আন এদিনা খুনবাওক মাতি আনি মদ ভাত খুৱাই ধুৱাই কাপৰ দি বোলে, তোমাৰ নিমিত্তেহে মোৰ দেহটো ৰক্ষা পৰিল। এতেকে তোমাক মঞি কি দিম, মোৰ এই তিৰোতা জনীকে দিলো তুমি নিয়া। সেই জনী কুঞ্চৰী আলাগী আছিল, চাৰি মাস গৰ্ভ আছিল। পাচে খুনবাওএ বোলে তোমাৰ ঘৰিণী মোক নালাগে, আৰু গৰ্ভো হৈছে। ৺ বোলে মঞি স্নেহকৈ তোমাক দিছোঁ, তুমি নিয়া কিন্তু এইৰ যদি গৰ্ভৰ লৰা হই লৰাটি মোক দিবা। পাচে খুনবাওএ নিলে।

নগা খুনবাৰক কুঞ্চৰী উপহাৰ।

গভুৰা লৰাটি জন্মিলত, এক বৎসৰৰ পাচত লৰাটি ৺ক দিলে স্নি। পাচে সেই লৰাটি স্নেহকৈ পুত্ৰৱতে ডুলিলে।

বড়পাত্ৰ বিষয়।

কত দিনৰ পাচত শকত হলত চন্মাইলেও পৰ্ব্বততত ৺ বোলে ৰাজা হল স্নবৰ্ণৰ থালী সদৃশ। থালী হলে, ৰূপৰ তিনিটা' উধান হব লাগে, তেখেসে শোভা দেখি, থালীও কাতি নহয়। এতেকে বড় গোহাঞি হৈছে, ই মোৰ লগতে আহিছে। বুঢ়াগোহাঞো হৈছে, বড়পাত্ৰ আকে পাতো, এই বুলি সেই লৰাটিকে বড়পাত্ৰ পাতিলে, কিন্তু আগপাচলৈ দৈব গতি মোৰ বংশ নহলে এয়ে ৰজাও হব। তাৰে পৰা হে বড়পাত্ৰ হল। এই ঘৰক নগা বড়-পাত্ৰ বোলে। নামৰূপৰ পৰা নগাএ বান্ধি দিয়া কাকভুৰেৰে দিহীং পাঁৰ হুই উজাই লাখান তেলচা এই দুখন নগাৰ আঞো মাৰিলে। তাতে খুন্তুক অধিকাৰ পাতি থৈ তিপামলৈ আহি লোকজন বশবৰ্ত্তী কৰি তাতে ৩ বৎসৰ থাকি, তল যোৱা ঠাই দেখি নাথাকি তাতে কাগুণক অধিকাৰ পাতি থৈ দিহীঙ্গলৈ আহিল।

তাতে ৫ বৎসৰ থাকি হাবি গাতি দেখি তাতো নাথাকি লুইতে নাৱে ভটিয়াই আহি হাবুঙ্গত ৩ বৎসৰ থাকি, তল যাই দেখি তাতো নাথাকি দিহীঙ্গৰ মুখলৈ আহি, পানী বাঢ়ি আহিছে হেন দেখি উলটি দিখৌএ উজাই শিলপানীলৈ আহি তাতো পানী জুখি, আনতকৈ দোজোখা গধুৰ পাই চঙ্গতক নাম দিলে। তাতে ৪ বৎসৰ থাকি তাউথুনলাকক অধিকাৰ পাতি থৈ শিমলু গুৰিলৈ আহিল। তাতো ৫ বৎসৰ থাকি বানচঙ্গলৈ আহিল। তাৰ পৰা পৰ্ব্বতলৈ আহিল। তাতে নগৰ কৰি উত্তৰে দক্ষিণে পথৰা ঘোঁড়াৰে ফুৰি সোণা ৯ তোলা, ড়য় ২ গচ জৰিক বোলে, লুড়াৰে খাম ১ তুকৰি বড় নেওঁচা পেলাই নগৰ ললে। তাতে ৫ বৎসৰ থাকি স্বৰ্গী হল। শক ১৩১১ ভোগ ৪১ বৎসৰ। তান পুত্ৰ চুতাওফাঁ হল।

---

# তৃতীয় অধ্যায়

## নড়া ৰজাৰ লগত সমন্ধ

পূৰ্ব্বে সপ্ত দীপেশ্বৰ সগৰ ৰজাএ ম্লেছৰ ৰাজা সকলক নানান বৰ্ন্ন চিহ্ন দি পৰ্ব্বত পাহাড়লৈ খেদিলে ; সেই লগৰে নড়া ৰাজাকো ছুলি ভাবি খুৰাই নড়ামুখা কৰি খেদিলে। এতেকেহে অদ্যাপিয়ো নড়া ৰাজা বোলে, দেশকো নড়া দেশ বোলে। সেএই পূৰ্ব্ব দেশত শ্ৰীলৌহিত্যৰ সমীপত পৰ্ব্বতৰ ৰাজা হল। তিনি পিড়িৰ পাচত নড়া ৰাজাৰ পুত্ৰ এটী জন্মিল। পুত্ৰৰ লক্ষণ তিনিটা চক্ষু মহা তেজস্বী। বাপেক মৃত্যু হলত, তেঞ্ো ৰাজা হল। পাচে আপোনাৰ বাহুবলে মাঙতৰা কছাৰি জয়ন্তা ছুটিয়া এই সকল ৰাজাক মিত্ৰতাভাৱে বশ কৰিলে। সি সকলেও প্ৰীতিত থাকি হাতী ঘোঁড়া কোনো সময়ত দিএ। স্বৰ্গ মহাৰাজেও প্ৰীতিত থাকি নড়া ৰাজাক হাতী ২টা দিছিল। নড়া ৰজাও ঘোঁড়া টুপী দিএ।

পূৰ্ব্বে স্বৰ্গ মহাৰাজা নড়াৰ পৰা নামি আহোঁতে আয়তনাত নগৰ কৰি আছিল। পৰ্ব্বত দাঁতী সামান্য ঠাই দেখি ভাডাঙ্গৰীয়া জাতুৰা একো ঘৰৰ একোটা থৈ তাৰোপৰা নামি আহিল। পাচে নড়া ৰাজাৰে প্ৰীতি হলত আমাৰ ৺লৈ খুজি পঠালে বোলে আয়তনা গাঞে কেইখান মোক দিয়ক। পাচে ৺এ পাত্ৰমন্ত্ৰীসকলক সুধিলে বোলে, নড়া ৰাজা যে আয়তনা খুজিছে দিয়া যাব নাযাব। পাচে সকলেও বোলে নড়া ৰাজা প্ৰীতিত থাকিহে খুজিছে, যদি মাৰিএ নিয়ে তেও আমি ৰাখিব নোআৰো। ইঠাইৰ পৰাও দূৰ, যাবলৈকো দুৰ্ঘট, কোঠ চকি দি থাকিবলৈকো আচল, ৰাখি থাকিবকো নোৱাৰি, এতেকে মৰ্জ্জদা ৰাখি প্ৰীতিত থাকি দিলেহে ভাল

আয়তনা গাওঁ।

দেখি। এইৰূপে সকলেও বুলিলত, ৮৩ আয়তনা নড়াক দিলে। আয়তনাত যাৰ ভাই বঙহ নাই তাকেহে লুকুমাই আহোম বোলে।

পূৰ্ব্বে নড়া ৰাজাক মাওতৰাএ কৰ ভাৰ দিছিল। পাচে দুই তিনি বাৰো নড়া ৰাজা সহিতে যুদ্ধ কৰি নোৱাৰি, পুনৰ্ব্বাৰ নড়া ৰাজাতে শৰণাপন্ন হৈ তাঙ্গৰ প্ৰীতি কৰি কৰ ভাৰ দি আছিল। পাচে নড়া ৰাজা সন্তোষ হৈ মাওতৰাত জীএকক বিবাহ দিলে। মাওতৰা কুলত জুগি। কতো দিন থাকি মাওতৰাএ বড় কাপৰ এখাৰ ৰটা ঢকা তঙ এখান স্ত্ৰীৰ শোনিতেৰে বোলাই অনেক চিত্ৰ সোণৰূপৰ মলমা কৰি জীএকত কৈ নড়া ৰাজালৈ দি পঠালে, বোলে যেনে উপায়ে পাৰ বাপেৰে গাত লই হেন কৰিবি। পাচে জীএকে সেই কাপৰ আনি নড়া ৰাজাক দি বোলে কাপৰ দুখানি তুমি লবৰ নিমিত্তে জোৱাঞ দিছে। নড়া ৰাজা বোলে ভাল লম। এই বুলি পাত্ৰ মন্ত্ৰীসকলত সুধিলে বোলে, মাওতৰা যে কাপৰ দিছে গাত লোৱা যাব নাযাব? পাত্ৰ মন্ত্ৰীসকলে বোলে, বিদেশৰ বস্ত্ৰ যদি উত্তমো হই, তাক ৰাজা পৰিধান কৰিবলৈ ভাল নহই। এই বুলি কলত ৰাজা শুনি থাকিল। পাচে মেল ভাঙ্গি ভিতৰলৈ গলত জীএকে সেৱা কৰি বোলে তোমাৰ সেৱাত লাগিবৰ নিমিত্তে ৰাজাএ অত্যন্ত আদৰ কৰি দিছে। তুমি পিন্ধিবৰ নুশুনিলে তাঙ্গৰ অসন্তোষ পাব, মোকো খঙ্গ কৰিব। এইৰূপে কলত ৰাজাও কাপৰ গাত ললে। দুই একদিনৰ পাচত নড়া ৰাজাৰ কপালৰ চক্ষুটো গুছিল, আগতকৈ তেজ শক্তি ও হ্ৰাস হল।

নড়া আৰু মাওতৰা।

পাচে জীএকে গৈ সকলো কথা মাওতৰাত কলত মাওতৰা হৰ্ষ কৰি লোক জন আছিলা পাতি তিয়াৰ কৰি নড়া ৰাজাৰ সমুখে যুদ্ধক আছিল। নড়াও যুদ্ধৰ কথা শুনি প্ৰধান মন্ত্ৰী

বড়গোহাঞিক লোকজন দি মাওতৰাৰ সমুখে 'পঠালে। বড় গোহাঞিএ বোলে মঞি যুদ্ধ কৰি নাহো মানে কোনো জনে কোনো কথা কলে তাক নলবা। ডাঙ্গৰ 'দ্রোহীয়া জগৰীয়াকো বাখি থবা। দণ্ড বন্ধ নকৰিবিবা আৰু মোৰো কোনো কথা লগাই কলে, তাকো নলবা। মঞি আহিলে বিচাৰ কৰি দণ্ড কৰিবা। পাচে ৰাজা বোলে ভাল, তঞি মাওতৰাক যুদ্ধ কৰি নাহ মানে মঞি একো কথা নকৰো। পাচে বড় গোহাঞি যুদ্ধলৈ গল। তিনি আহিন যুদ্ধ কৰিলে, মাওতৰাৰ বহুত লোক পৰিল। যুদ্ধে নোৱাৰি মাওতৰা হুহকি থাকিল। পাচে মন্ত্রনা কৰি বোলে ই বড়গোহাঞি থাকে মানে মঞি যুদ্ধে নোআৰো। এই বুলি এপাত সুবর্ণৰ কাণ্ড গঢ়াই তাতে লেখিলে বোলে মঞি নড়া ৰাজাৰ সকল দিনৰ বেটা পো, যেনেতেনে আপোনাৰ মঙ্গহ জীএককে মোত দিছে। মঞি যুদ্ধলৈ নাহো যাতো বড় গোহাঞিএ মোলৈ কলে বোলে নড়া ৰাজা অনেক ৰূপে ৰাজাকো আমাকো দুখ কষ্ট দিএ। ইয়াৰ ভোগ উঠিল তেঞো যুদ্ধলৈ আহক। আমি যুদ্ধ কৰো বুলিগৈ, তেঞোকে আনি নড়া ৰাজাক খেদি ৰাজা পাতি লম, এই বুলি গোহাঞে কলত হে মঞো আহিছোঁ। এতিয়া যদি নাযাবলৈ বোলে নিচই কৈ কব, সেই দিনা মঞি যাম।

নড়াৰ লগত মাওতৰাৰ যুধ।

পাচে সেই কাণ্ডপাত সৈন্যৰ মাঝলৈ মাৰিলে। তাকে ভাল মানুহ এটাই পাই গোহাঞে নজনাকৈ নড়াৰাজালৈ দি পঠালে। পাচে কাণ্ডপাতত এই লেখা পাই জিজ্ঞাসা নকৰি বোলে এয়েহে মোৰ প্রধান শত্রু। ইয়াক ততে মাৰক গৈ। এই বুলি মানুহ পঠালে। সেই মানুহ গৈ গোহঞিক দাৰে কাটে, টাঙ্গনেৰে টঙানিয়াই দুই তিনি দিনও তেও নমৰে। পাচে গোহাঞে বোলে নড়া ৰাজাৰ ৰাজ্যক দুৰ্দ্দিনে পালে। ই ৰজা আৰু মোক নাৰাখে। আপুনি হে দুখ পাও এই বুলি গোহাঞে কলে ভহতে আন ঠাই কাটিলে খুচিলে মঞি নমৰো। দখিণ কালে কোখত কাটিলেহে মৰো,

পাচে সিহঁতে তাতে খুচি মাৰিলে। গোহাঞিক মাৰিৰৰ গুলি মাঙতখাএ খেদি আহি ৰাজ্য মাৰিলে। স্লেচ্ছাচাৰ গুচাই তাম পিত্তলৰ মুৰ্ত্তি সাজি সেৱা পূজা কৰিবলৈ ৰাজ্যক দিলে।

নড়া ৰজাএ আপোনাৰ পাট এড়ি আয়তনাৰ উজনিত থাকিল। পাচে তাৰে পৰা নড়া ৰজাএ স্বৰ্গ মহাৰাজাৰ ঠাই-লৈ কটকী পঠালে, বোলে মোক পৰ্ব্বতত্তে একেৰি ঠাই দিওক। এইৰূপে কটকী এ আহি কলে। পাচে ৺এ পাত্ৰ মন্ত্ৰীসকলত সুধিলে

নড়া আৰু আহমৰ ৰণ।

বোলে নড়া ৰাজা যে ঠাই খুজি আহিছে দিয়া যাব নাযাব। পাচে ডাঙ্গৰীয়াসকলে বোলে দিয়া হেনো হব নালাগে, নিদিয়া হেনো হব নালাগে। পাচে ৺এ বোলে তেনে হলে ৰজালৈ-ছোৱালী খোজা যাওক। এই বুলি কটকীত কৈ নড়া ৰাজালৈ কৈ পঠালে, বোলে আমালৈ যদি কন্যাদি মিত্ৰ কৰে ঠাই পাব। এইৰূপে কলত গৈ নড়া ৰাজাও ৺লৈ ভনীএকক দিলে। পাচে পাত্ৰ মন্ত্ৰীসকলেৰে সমালোচন কৰি বোলে ভনীয়েককে দিলে এতিয়া কি কৰা যাব। পাচে মন্ত্ৰীসকলে বোলে সামান্য ৰাজা নহই; ঠাই দিলে দুৰ্গুণ হে পোৱা যাব। একে চোঙ্গতে দুটা কৈ বাঘ কত থাকে! এতিয়া এইৰূপে বোলা যাওক নড়া ৰাজা ভনীএকক হে দিছে, জীএকক দিয়ক। জীএকৰ সমান ভনীএক হয়নে কি? এইৰূপে কটকীএ কলত গৈ, নড়াৰাজা বোলে তাত জীয়াৰি দিব নলগা, আপদ গ্ৰস্তত পৰি হে ভনীকো দিলো। এতিয়া যে জীকো খোজে মাকে জিএকে একে লগে সতিনী খাটিব নিকি। ছোৱালী খোজা নহই মোক বিতুগুা হে কৰে।

পাচে ছোৱালী নিদি কটকীত কৈ বিস্তৰ গৰিহা বচন বুলি পঠালে। এই কথা ৺শুনি পাত্ৰ মন্ত্ৰী সকলেৰে সমালোচন কৰি বোলে এই সময়তে পাৰি যে তাক ধৰি অনা যাওক। এই বুলি

চোআইখেক বুঢ়াগোহাঞিক যুদ্ধলৈ পঠালে। বুঢ়া গোহাঞো গৈ হাতীত উঠি নড়াৰাজা সহিতে যুদ্ধ ধৰিলে, বচনেও ৰাজাক অআঁতোকা কৰি বুলিলে। পাচে নড়াৰাজাএ পূৰ্ব্বে আমাৰ দিয়া হাতীত উঠি বুঢ়া গোহাঞিক মাৰিব লৈ খেদি আহিল। পাচে আমাৰ পাচ মাউতে তাৰে হাতী হেন চিনি পাই প্ৰতাপৰাই বুলি মাত লগালত হাতী ৰল। একো প্ৰকাৰে ৰজা আগ বঢ়াব নোআৰে। কিবা ঔষধ হাতীৰ কপালত জোকাৰি দিলত খেদি আহিল। পুনৰ্ব্বাৰ মাউতে মাত লগাই বুলিলতো নৰই। পাচে গোহাঞিক খুচি মাৰিলে। এই কথা ৺শুনি পুনৰ্ব্বাৰ বড় গোহাঞিক পাচিলে।

এঞো গৈ নড়া ৰাজাৰ সমুখে যুদ্ধ ধৰি বোলে স্বৰ্গ মহাৰাজা দেও সামান্য ৰাজা নহয়। মহাৰাজে মোক তোমাৰে যুদ্ধক পাচিছে। নড়াৰাজা বোলে তঞি দেখো সমন্ধ জানিলি। আগে যি বুঢ়া গোহাঞিক পাচিছিল, সি দেখো মাতৰ সমন্ধকে নাজানে এতেকে হে তাৰ এনে অৱস্থা হল। এনে বোৰকো বুঢ়াগোহাঞি পাতে। পাচে বড় গোহাঞিয়ে মানুহ তিনি আনি কৰি ভেটিলে। নড়া ৰাজা হুহকি গল। তাতে পাতৰ এটাক মানুহ কিছু মানেৰে বড়গোহাঞেয়ে ধৰি আনিলে। তিনি পৰমান বেলিৰ বাট আহিলত নড়া ৰাজা শুনি খেদি আহি পাতৰক নিলেহি। পাচে নড়া ৰাজা আপোনাৰ দেশলৈ গৈ মাণ্ডতৰাক কৰ ভাৰ দি মিলি থাকিল গৈ। নড়াৰ মানুহ কিছুমানেৰে বড়গোহাঞি ৺ ঠাইলে আহিল।

পাচে ৺এ বড়গোহাঞিক বোলে নড়া ৰাজাক ধৰিব পাৰিও যে নধৰিলে, পাতৰকো যে নিলে এই বুলি দাই ধৰি বড়গোহাঞিক হাতী শালত বন্দীকৈ থৰ দিলে। পাচে বড় গোহাঞে বোলে পাতৰ এটাকে আদ বাটৰ পৰা ধৰি নিলেহি। নড়া ৰাজাক, ধৰি আনি কোন ঠাইত থৈ ৰখা গল হেতেন। তেও দেৱতাএ পৰাজই

হোৱা নাই। পাচে পাত্র মন্ত্রী সকলে ৺ তাক ভাতৰ মেলত বুজাই কলে। বোলে ৺ যে বড় গোহাঞিক বন্দীকৈ থৈছে বন্দী কৰিব পাই। গোহাঞে যে কৈছে নড়া ৰাজাক ধৰি আনি কোন ঠাইত থৈ ৰখা গল হেতেন ভাল হে কৈছে। পহু খেদা কুকুৰে যদি খোজ পালে, সি পহু নাপাইমানে এৰেনে কি? এতেকে নড়া ৰাজাক যদি ইঠাইলৈ ধৰি অনা গলহেতেন সেই বাটে মাণ্ডৱাএ খেদি আহিলহেতেন। এতেকে নড়া ৰাজা কেনে তাক ৺ এ জানে। যাতো আপদ গ্রস্তত পড়িল, এতেকেহে এনে খানিও কৰা গল। এইমান যশস্যাই ৺ তাক নাটিছে নেকি? গোহাঞিৰ দাই খেমা কৰিবলৈ আমি বন্দী সকলে মাতিছোঁ। পাচে মহাৰাজা ও গোহাঞিৰ দাই এৰি বটাদি পূৰ্ব্ববতে ৰাখিলে।

---

# চতুৰ্থ অধ্যায়।

## ডা-ডাঙ্গৰীয়াগণৰ ঋাতিগুৰি।

শ্রীশ্রী স্বৰ্গমহাৰাজা চুকাফাকে আদি কৰি দিহীঙ্গিয়া ৰাজালৈকে এই সকলৰ নাম।

চুকাফা ১, চুতেফা ২, চুবিন ৩, চুহান ৪, ওকাফা ৫, চুছেন ৬, চুপিন ৭, চুছেঙ্গ ৮, চুড়াঙ্গ ৯, চুজাঙ্গ ১০, চুফুক ১১, চুহুম ১২।

শাকে গ্রহব্যোমধৰেন্দু জাতা। অসম দেশৰ পূৰ্ব্বৰ ৰাজা এই সকল দিহীঙ্গিয়া লৈকে। এই সকলৰে চুকাফা আদি এই শকত ১১০৯।

শ্রীশ্রীস্বৰ্গমহাৰাজা চুকাফাএ পূৰ্ব্বে সেৱকসকলক লগত লৈ থিৰাপে নামি আহিল তাৰ লেখা।

থাওমুংকান, এই ঘৰ বড়গোহাঞি। থাওমুংকান খুং মুং, এই ঘৰো সন্দিকৈ; এই ঘৰকে খামজাঙত বড়গোহাঞি পাতি থৈ আছিল। থাওমুংমাংৰাই এই ঘৰ বুঢ়া গোহাঞি। থাওমুংখুন্তুং এই ঘৰো সন্দিকৈ। থাওমুং কেও খম এই ঘৰো সন্দিকৈ। থাওমুং খুন্তালকে এই ঘৰো সন্দিকৈ। থাওমুং খুন্তাই এই ঘৰকে কেঞ্চু বোলে। এই সাত ঘৰ তবে পৰা নামি অহা ভাল ডাঙৰীয়া।

সাত ঘৰ ডাঙৰীয়া।

পণ্ডিত মঙ্গ এঘৰ। তবে পৰা অহা ফংপিম এঘৰ। হাতী মাউত, মোমাই তামুলি মহাৰাজাৰ বেটীৰ লৰা। মহাৰাজা স্বৰ্গী হলে দেবতাৰ ঠেঙ্গ তলত কাইচুপকৈ চেপি দিব লাগে। এই নিমিত্তে হে এই দুই ঘৰক লুখুৰাখুন কৈ ললে। আৰু এই দুই ঘৰৰ জীয়ৰী যি নিএ তাৰ বড় পুতেক হলে সেই খেলতে লুখুৰাখুনকৈ দিব লাগে। বড় জীয়েক হলে চাঙত বেটী দিব লাগে। পূৰ্ব্বে দেবতা সকলৰ নিবন্ধ আছে এই দুই ঘৰৰ বঙ্গহক উদ্ধাৰ কৰিব নাপাই আৰু ৰুংডাঙৰ ঘৰৰ চাঙৰ তলত যি সোমাই সেই মানুহকে লুখুৰাখুন কৰে এইবোৰকেহে স্বৰ্গদেউ সকলে মহ গৰু গাহৰি মদ ৰাজক খুৱাই উদ্ধাৰ কৰি লয়। পূৰ্ব্বত এই নিবন্ধ কৰি গৈছে। এই নিমিত্তে হে লুখুৰাখুন বিস্তৰ হল।

লুখুৰাখুন।

চুকাফা মহাৰাজা নামি আহি পৰ্ব্বতত ৭ ঘৰ বৰাহি পালেহি তাৰ নাম গাম ১, লথাই ১, সুপুং ১, ৰভি ১, হাটাই ১, বথাম ১, বড় কুমাৰ ১, এই সাত ঘৰক মহাৰাজা বেথাকৈ কতোদিন থাকি চাঙমাই পাতি ললে। বেজকুকুৰা চোৰা ভণ্ডাৰী নিয়মকৈ ললে। আৰু স্বৰ্গদেৱে পছু মাৰোতে বানতাপ কাখৰত যিবোৰ সামান্য বৰাহি পালে তাকো দিহীঙ্গিয়া ৰজা দেৱৰ দিনত বড় পাতৰ পাতি তেঞোৰে খেলুৱাকৈ দিলে আৰু উদ্ধাৰ নকৰা সামান্য লুখুৰাখুন যি,

সাত ঘৰ বৰাহী।

পাচে তাকো বড় পাত্ৰৰ খেলুৱাকে দিলে দহ হাতীমুৰ পাতি; আৰু মহাৰাজাৰ লগত হাতীৰ ঘাঁহ কাটি চুটা আহম আছিছিল তাকো খোৰাৰজা দেবে ঘাঁহীৰ পৰা গুছাই ঘাঁহীৰ টেকেলাকে দিলে। এটাক লগতে ললে। তাৰে ঘৰ চাহুং এই ঘৰে লাপেতি ফুকন দিহীঙ্গত পাতিলে। আৰু মুঙ্খিলান্ টুৰ্ব্বান আহমৰ জীয়ৰী ৰজাদেৱত পৰিছিল। লান্ টুৰ্ব্বান আহম খাটৰ টেকেলা আছিল, কতোদিন থাকি লান টুৰ্ব্বান আহমক ধান চোৰ পাই ৪৲ টকা ৰূপ দাড়ি লে, এই কাৰণে লান্ টুৰ্ব্বান আহমে বাঁহৰ চুঙ্গাত জাঠি ভৰাইলৈ মিচাঙ্গৰ চোছ সলাওঁতে ৰজাক খুচি মাৰিলে। পাচে তেঞোৰে পুতেক চুপিন ৰাজা হুই লান্ টুৰ্ব্বান আহমক নিলগাই নি দেৱগাৰৰ নামে কাটিলে। সেই খেনিকে দোৰিয়া জান বোলে।

লাউত চিৰিং ডাঙ্গৰ, এই ঘৰ চেঙ্গধৰা বড় বড়ুৱা। কনাই পাতৰ ১, কানমুং ১, লাইতাও ১, খামকন ১, থুম ১, লামুক ১, চেঙ্গখুন ১, খান লেঙ্গ ১, লাকাপ ১, তালুং ১, কানপেঙ্গ ১, চিঙ্গন ১, কনচেঙ্গ ১, লাৰেঙ্গ ১, নপিৰ ১, বজঙ্গ ১, তমাই ১, লেমুং ১, বৰিঙ্গ ১, বসেন ১. বছাঙ্গ ১, ফংফাই ১, এয়োমুং ১, এই তেইশ ঘৰ ৰাজা দেৱৰ লগত অহা, নিয়মৰ আসম।

চুকাফা ৰজা দেওৰ লগত অহা আহম।

ডুইড়ামৰ ঘৰ, বাৰুকত মোচাই, ৰেউতিগঁয়া অসম, এই তিনি ঘৰ নিয়মৰ অসম নহয়। চুহুম ৰজা দেবৰ দিনত যেতিয়া ৮ কোঞৰে কটাকটি কৰি মৰিল, তেতিআয়ে এই তিনি ঘৰ আসমৰ লগত সোমাই আসম হৈ থাকিল। খমিৰ এঘৰ পূৰ্ব্বে চুকাফা ৰজাৰ লগত অহা আসম।

বুঢ়া গোহাঞি খেলৰ লালিম হাতী মুৰৰ সৈন্দন কহল ১, বড় পাৱী ১, সৰু পাৱী ১, ফিচি ১, নিমক্ষে ১, কৰকল ১, ৰকচেন ৰাজাক ৰাজনীতি যোগাইছিল। তাৰ পাছত বড় গোহাঞিক

বজাই নি থেলুং হাতী বুৰত হাতীবুৰীয়া পাতি থলে নি।

তুৰবা। তাৰে পুতেকক বাইভঙ্গীয়া মেলৰ অধিকাৰ পাতি তুৰাৰ ঘৰত থাকিব দিলে। সেই দিনৰ পৰা হে তুৰবা নাম হল।

কাপচান বুলিবৰ এটা আছিল এই ফৈদৰ। ইয়াৰে মাক লুখুৰা খুনৰ জীয়ৰী। এই নিমিত্তে হে সেই ঘৰক লুখুৰাখুনে নিলে। তাৰ

বঙ্গা চিলা। সৰালুৰি কুলত আহম হয়। লুখুৰাখুন হৈ হীন হল। চুড়াম ৰজাৰ দিনত কুটুকাতলিত পহু মাৰিবলৈ যাঞ্জোতে তুৰাৰৰ ঘৰৰ বঙ্গা কুকুৰে পহুৰ ঠেঙত কামোৰ মাৰি ধৰি পহু ৰাখিলে। পাচে ৰজাই বঙ্গ পা'ই কুকুৰৰ নাম দিলে বঙ্গাচিলা। সেই নামে এই ঘৰৰ নাম হল বঙ্গাচিলা।

চুকাফা ৰজাৰ দিনত ছুটিয়াৰ নিলগীয়া গাঞত মানুহ অটি পাই লৈ আহিল। কতো দিন থাকি সেই মানুহটিক উচৰ্গি চোমদেৱলৈ

পিত্ হান্, লুক্হান আৰু লাগান। দিলে? তাৰ নাম দিলে চোমচিৰিঙ্গ। আৰে আঠ পুত্ৰ হল। তাৰে নাম খাতমুং, পানমুং, খ্ৰামুং, টেফাই মুং, লুচিং, লুংঠকি, নজিউ, চাইমুং এই আঠ পুত্ৰ। পাচে নজিউৰ ভনীয়েকেৰে বাদ উঠিল। সিহঁত ভায়েকে এই কথা জানি নজিউক খুচি মাৰিব খুজিলে; নজিউএ জানি দিখৌ পাৰ হুই পলাই গৈ চাওকাং বাণ্ডক বড় গোহাঞিত শৰণে পশিলগৈ, বোলে সাত ভায়ে খুচি মাৰিব খোজে দেয়ে মোক ৰক্ষা কৰক, মঞি হাহ কুকুৰা চোৱা হুই থাকিম। চাওকাং বাণ্ডক বড় গোহাঞে ৰাখি হাহঁ চোৱাকৈ দিলে। তাৰে নাম থলে পিতহান। হাহঁক আহম কথাৰে পিত বোলে। যিহকে কি নাৰাখক ৰখীয়া হলে হান বোলে। এতেকে হে পিতহান নাম দিলে। সি মৰিলত তাৰ পুতেকেও হাহঁ চাইছিল। আহম কথাৰে পুতেকক লুক বোলে, এতেকে তাৰ নাম দিলে লুকহান। সিও মৰিলত তাৰ পুতেকে হাহঁ চাইছিল। আহম কথাৰে নাতিঅকক লা বোলে, এই নিমিত্তেহে চোমচিৰিঙ্গৰ

পৰিনাতিৰ নাম থাকিল লাহান। চোমচিৰিঙ্গৰ সি সাত পুতেকৰ ঠাঁলকেহে খাতোৱাল চেটিয়া বোলে এতিয়াও। নজিউ পলাই গৈ বড় গোহাঞিৰ খেলত সোমাই বল নিমিত্তে এতিয়াও সেই ঘৰকে লাহান বোলে। খাতোৱাল চেটিয়াৰে লাহানৰে একে বঙ্গহ।

পূৰ্ব্বে চুকাফা ৰাজা নামি আহি তিপামত আছোতে এক ঘৰি মৰাণ পালে। তাক ধৰি আনি জাঠি জোৰাই আনিলে তাৰ নাম দিলে খিং খিং। তাৰ পুতেকে বেজিৰ কানত বেত সুত সুমুৱাই কুসুখা শিলে। তাৰ নাম থলে

চিতপাতৰ।

খিমৰত। খোৰা ৰজা দেৱৰ দিনত তাৰে নাতিঅকে নাম ললে চিতপাতৰ। এই ঘৰক বড গোহাঞিৰ তিংখঙ্গিয়া হাতীমূৰত আহম কৈ দিলে। এই নিমিত্তে হে বড় গোহাঞিৰ তিংখঙ্গিয়া হাতীমূৰত খিমৰত পাতৰ বুলি মাতে।

আৰু বুঢ়া ৰজাদেৱৰ দিনত চাওকাং বাণ্ডুক গোহাঞিয়ে ছুটিয়াৰ গাঞো মাৰি অটি মানুহ আনিলে। বড় গোহাঞে তাক বেথাকৈ লগত লৈ ফুৰাইছিল। পাচে সেই ছুটিয়াক মহাৰাজা জানি লগত ললেনি। তাক কাৰ্য্য কামত ভাল পাই ৰজা দেৱে নাম দিলে হনহন পাতৰ। চুহুম ৰজাৰ দিনত তুৰবকৰ যুদ্ধত আপাহ পাই তাৰ নাম দিলে লুকতুঙ্গুঙ্গ। খোৰা ৰাজা দেৱৰ দিনত তাৰ পৰিনাতিৰ আপাহ পাই নাম দিলে হাৰিধং ডুৱৰা। বুঢ়া ৰজা দেৱৰ দিনত জইখাম্‌ডাং খাতলৈ ৰজাদেও গাঞোতে এয়ে শিয়ালৰ মাতে মাতি শিয়াল ধৰিলে। পাচে ৰজাদেৱে ৰং পাই বোলে ই শৃকালি হে। সেই মাতে তাৰ নাম ৰল শৃকালি। ইয়াৰ পুতেক নাতিয়ক কলিয়াবৰত পানীসিয়া পাতি ৰণকপ্‌ নামলৈ আছিল। পাচে এয়ে বুঢ়া ৰজাৰ দিনত হাজোৰ তলয়াৰ যুদ্ধৰ পাচৰ পৰা নাম ললে লাঙ্গি বড়ফুকন। কুলত ই ছুটিয়া।

লাঙ্গি বড়ফুকন।

আৰু চুকাফা মহাৰাজা নামি আহি তিপামত আছোতে এক মৰাণে ৰজাক বেঙ্গেনা যোগাইছিল। আহম মাতেৰে বেঙ্গেনাক মাখু

বোলে। সেই মৰাণে নগাৰ মুৰুত নগাক আগভেটি ৰাখিলে। এই আপাহতে কানগণ বড় গোহাঞিৰ হাতত দি নাম দিলে লানমাথু। কুলত এইঘৰ মৰাণ। আৰু পূৰ্ব্বে নডা ৰজাএ ছুটিয়া, কছাৰী, মৰাণ, নগা, বৰাহি কমতেশ্বৰ এই বোৰৰ খুত তুলিছিলে। পাচে ইয়াৰে খুত তুলিবলৈ তিনিটা মানুহ পঠাই দিলে। কমতেশ্বৰলৈকে বৰাহিলৈকে এটা, ছুটিয়ালৈকে মৰাণলৈকে এটা, কছাৰীলৈকে নগালৈকে এটা। পাচে বিমুন নামেৰে এইটো আহি কছাৰী নগাৰ খুত তুলি চুকাফা মহাৰাজাৰ লগ ললেহি। পাচে ৰাজা বেথাকৈ তাৰ নাম দিলে বিমুন পাতৰ, এতিয়া ও নডাৰ পৰা অহা এই ঘৰকেহে বোলে মৰাণ পাতৰ।

লান মাথু।

মৰাণ পাতৰ।

আৰু সি দুটাও খুত তুলি মহাৰাজাৰ লগলৈ আহিল। ৰজা দেৱে বুঢ়া দেখি নাম দিলে থাওমুংথিমা। পাচে কতোদিন থাকি মহাৰাজা নাম দিলে বেথাকৈ গডগঞাসন্দিকৈ। আৰু পূৰ্ব্বে চুকাফা মহাৰাজাৰ দিনত ছুটিয়াৰ গাঞো মাৰি অটা মানুহ আনিলে, সি ঝলম বাটিব পাৰে। পাচে মহাৰাজা ঝলম বটা দেখি স্বৰ্গদেৱৰ ঘৰত চয়জৰি বটাকৈ দিলে। চাঙ্গচাই নাম দি আহমৰ লগত থাকিব দিলে।

গডগঞা সন্দিকৈ।

আৰু চুহান ৰজাৰ দিনত চাওকাং বাণ্ডুক বড গোহাঞিৰ দিকিৰ বেটীৰ লৰা অটি হল। সেই লৰাএ ডাঙ্গৰ হৈ বড গোহাঞিৰ বঙ্গহ বুলি ফুৰিছিল। পাচে বড গোহাঞে এই কথা শুনি খুচি মাৰিব ধৰিলে। সেই লৰাএ এই কথা জানি নৈ পাৰ হৈ গৈ ফুলং খামপেং বুঢ়া গোহাঞিত শৰণে পশিল গৈ। বোলে দেৱে মোক ৰক্ষা কৰক, যদি নাৰাখে বড়গোহাঞে মাৰে; পাচে বুঢ়াগোহাঞে সেই লৰাক ৰাখি পাপং নাম দি আহমৰ লগত পালে। এতিয়াও সেই ঘৰক পাপং বোলে। যাতো বড়গোহাঞিৰ বীৰ্য্যৰ লৰা বেটীত হল এই নিমিত্তে পাপং সহিতে বড়গোহাঞি পৰিয়াৰে জীয়ৰী অনানিয়া নকৰে।

পাপং।

**নগা ৰণ।**

আৰু চুহাম ৰজাদেৱৰ দিনত টকু নগাৰে ৰণ লাগিছিল। সেই ৰণলৈ চাউকাং বাগুক গোহাঞিক পঠালে। বড়গোহাঞিৰ লগত পুতেক নাঙ্গবিঙ্গো গল, ভায়েক মাজুগোহাঞিও গল। পাচে নগাৰে কটাকটি লাগিল। আমাৰ মানুহ বিস্তৰ পৰিল। পাচে বড়গোহাঞে মানুহ পৰিবৰ দেখি আগবাঢ়ি গৈ নগাকো দুই এক কাটিলে। নগায়ো ছুৰি মাৰি খেদি গৈ বড়গোহাঞিক কাটিলে, পুতেক নাঙ্গবিঙ্গকো কাটিলে, ভায়েককো কাটিলে। ক্ষত্ৰী বুলি বড়গোহাঞিৰ বাপেক পুতেকৰ শৰ নগায়ে নিলে। পাচে স্বৰ্গদেৱে নপেচুৰ মানুহ সাজি ড়ইকৈ পোতালে। এই কাৰণে সে বড়গোহাঞি ফৈদীয়াই মুৰচিগা লাউ নেখাই; ইবোৰক নৈখাবৰ দেখি আনেও নেখাই।

পাচে মহাৰাজা চাউকাং বাগুক বড়গোহাঞিৰ বড় পুতেক লাই নাংবাকক মানুহ দুনুহ দি নগা ৰণলৈ পঠালে। সি মানুহৰ লগ এৰি বাটৰ পৰা পলাল। পাচে নাঙ্গচুঙ্গ ভাটিজাকে দেখি বোলে মোৰ পুথাও পুলিনৰ নাম নুমাই হে, একেটায়ে আটাইৰে দুৰ্দশস্থা অনাই, এই বুলি আপুনি মানুহ দুনুহ লৈ নগাৰণলৈ গল। পাচে নগাৰে ৰণ কৰি নগা বিস্তৰক কাটিলে। নগা ৰণ এৰি পলাল।

নাঙ্গচুঙ্গে খেদি গৈ নগাৰ পাঞ্চখান গাঞো মাৰিলে। খানা নাৱেৰে ডাঙ্গৰ নগা অটা ধৰি আনিলে। আহি দেৱতাক সেৱা কৰিলেহি। দেৱতাও বিস্তৰ প্ৰশংসা কৰি বোলে ইয়াৰ এই মান বয়সতে এই মান আপাহ পোৱা গল, আগলৈকো পাবলৈ আছেহে, এই বুলি পুথাৱকৰ সলনি ৰজাদেৱে নাঙ্গচুঙ্গকে বড়গোহাঞি পাতিলে আৰু খানা নাৱেৰে নগাক নি বড়গোহাঞিৰ খেলত আহমৰ লগত পাতিলে। বুঢ়া ৰজাদেৱৰ দিনত তাৰ পুতেকক লিকচৌৱানৰ বড়া পাতিলে, এই কাৰণে এই ঘৰক ন বড়া বোলে। আৰু চাউকাং বাগুক বড় গোহাঞিৰ বড় পুতেক লাইনাংবাকক পাই ৰণ পলৱীয়া বুলি বাগুকৰ মানুহৰ লগৰ পৰা লি

দিহীঙৰ চৈয়না হাবিত পাতিলেনি। এই লাইনাংবাকৰ পুতেক অপুত্ৰক আছিল। পাচে দিহীঙ্গিয়া আহমৰ লৰা আটি তুলিলে। তাৰ সন্ততি বিস্তৰ হল। সেই বোৰকো বড় গোহাঞিৰ বঙ্গহ বুলি মাতিছিল। কতোদিন থাকি বুড়া ৰজাদেৱৰ দিনত বড় গোহাঞিৰ বুঢা গোহাঞিৰ বঙ্গহক বিচাৰ কৰি যিবোৰৰ বীৰ্য্য বেয়া পালে, সেইবোৰক বিলৈগুটি কৰিলে। আৰু লাইনাংবাকৰ পুতেকে তোলা দিহীঙ্গিয়া আহমৰ লৰাৰ পৰা যি বাঢ়িছিল মানে সেইবোৰক গোহাঞি নাম গুছাই দিহীঙ্গিয়া আহমৰ লগত দিলে। সিইঁতে দিহীঙ্গিয়া আহমৰ লগত কাণ্ডিত খাটিছিলে। পাচে গোহাঞি নাম গুছিলত চৈয়নিয়া সন্দিকৈ নাম ললে।

চৈয়নিয়া সন্দিকৈ।

আৰু মাজো ৰজা দেৱৰ দিনত মাডুৰীয়াল গোহাঞি সলাল গোহাঞি এই দুয়ে দেৱতাত প্ৰাৰ্থনা কৰিলে বোলে চৈয়নিয়া সন্দিকৈ আমাৰ বঙ্গহ, স্বৰ্গদেৱে নিস্তাৰ কৰি দিয়ক। পাচে দেৱতাও দিহীঙ্গিয়া আহমৰ খেলৰ পৰা গুছাই, বিহমৰা পাট গুছাই চেটিয়া পাতৰৰ লগত দিলে। চৈয়নাতে মাটি বাড়ি দি পাতিলে। সেই সময়ৰ পৰাহে চেটিয়া পাতৰৰ খেলত খাটিছে। পূৰ্ব্বৰ ৰণ পলৰিয়া লাইনাংবাকৰ আপোন গোষ্ঠি নহয় ইহঁত, যাতো লাইনাংবাকৰ পুতেকে তোলা। দিহীঙ্গিয়া আহমৰ লৰা তুলিলেনি। তাতে হে ইহঁতক চৈয়না সন্দিকৈ বোলে। বড গোহাঞিও আমাৰ বঙ্গহ বোলে।

আৰু পূৰ্ব্বে দিহীঙ্গিয়া ৰজা দেৱে ৰটাটেমনি মাৰি বাৰভুঞাক উত্তৰ কোলত পাতিলেনি। ভূঞাৰ নাম। উতৈ ১, তমাই ১, ৰাই ১, সঁকাই ১, কৌষিক ১, উজিৰ ১, লক্ষৰ ১, চোমদাৰ ১, সনাতন ১, কেহো ১, বামভট ১, ভকতভূঞা ১। এই বাৰটা মুখ্য ভূঞা। আৰে চাৰিটাকৈ সৰু সুৰিয়া ভূঞা ছকুড়ি আঠোটা। ৰটা ভাঙ্গি আনি লাচাম কলিতা

বাৰভূঞা।

ফুঞাৰ ঘৰ নি স্বৰ্গদেৱে বাঁহবাড়িত পাতি এক ভায়েকক সোণাৰি নৈত পাতিলে, এক ভায়েকক পৰ্ব্বতত পাতিলে, এক ভায়েকক খঙ্গিয়া বুলিছিল। এই ঘৰে তিনি ঘৰ হল।

যেতিয়া স্বৰ্গদেৱে কছাৰীক মৰঙ্গিৰ পৰা খেদালে, তেতিয়াএ দেৱতায়ে মানুহ ছুনুহ দি লাচামক নি তাক টুৰ্পাক নাম দি মৰঙ্গিৰ অধিকাৰ পাতিলে। সেই সময়ৰ পৰাহে এই ঘৰক বাঁহবড়িয়া চেটিয়া বোলে। ই পূৰ্ব্বৰ ৰটা মাৰি অনা কলিতা। আৰু পূৰ্ব্বে ফ্রাচেংমুন বড় গোহাঞি যেতিয়া মহঙ্গিয়া নগাৰ গাঞো মাৰে গৈ তাৰে নগাৰ খুনবাৰৰ লৰা এটি লৈ আহিল। পাচে ফ্রাচেং মুন বড় গোহাঞি দদায়েক নাংচুং অপুত্ৰক দেখি সেই নগাৰ লৰাটিকে তুলি লব লৈ দিলে। তাৰ নাম দিলে চাউনাপাম। এতিয়াও মঠাডাঙ্গত চাউনাপাম ফৈদীয়া সিইঁতকে বোলে। আৰু নাঙ্গচুঙ্গে গৰ্ভেৰে সৈতে আহোমৰ তিৰোতা এটা আনিলে। তাইৰে লৰা এটি হল। সেই লৰাৰ নাম থলে চলিহা। ইয়াৰে সন্ততি যি বাঢ়িছে সিইঁতকে মঠা ডাঙ্গত চলিহা সন্দিকৈ বোলে। আৰু চাউৰুং যাক বোলে সিও তোলনীয়া নগাৰ লৰা। আৰু নেওগ যাক বোলে ইয়ো আহোমৰ তোলনীয়া লৰা মঠাডঙ্গীয়া। নাংচুঙ্গৰ বাহৰ আটাইবোৰ এনে বিধৰ হে। নাঙ্গচুঙ্গ অপুত্ৰক আছিল। পূৰ্ব্বে বুঢ়া ৰজাদেৱো কোঞৰালি কালত ৰেউতি গাওঁত আছোতে ৰেউতি গঞা মাউত গোহাঞিৰ বন্দী শ্ৰীফল কোছ, লাঙ্গি বড় জনা গোহাঞিৰ লগত মাছ পছু মাৰি ফুৰিছিল। ই মাউত গোহাঞিৰ লগত থাকোতে, হাতীৰ ধইধাৰণ সকলো জানে। বড় জনা গোহাঞি দেৱে বেথাকৈ লগত লৈ ফুৰাইছিল। আৰু ৰেউতি গাওঁৰ টঙ্গালি উৰুয়াৰ এই ঘৰো মহং খোৱাৰ বন্দী, ভাগ সলাই ৰেউতি গঞা আহোমৰ লগত সোমাই থাকিল। বাঘৰ এই ঘৰো গোহাঞি পৰিয়াৰ বন্দী। পাচে লাঙ্গি বড় জনা গোহাঞি দেৱ ৰজা হুই এই তিনি ঘৰক বন্দী নাম গুচাই

বাঁহবড়িয়া চেটিয়া।

চলিহা সন্দিকৈ।

চমুয়া কৈ লগত ললেনি। পাচে শ্ৰীফল কোছক হাতীৰ আওভাও পাই হেন জানি হাতীৰ টেকেলাকৈ দিলে, হাতীও এটা দিলে। একদিনা হাতী ফুৰাঞ্চোতে শ্ৰীফল কোছে মাউত গোহাঞিক লগ পাই বোলে দেওএ কলৈ যায় ; এখান তামোল খাই যাক। পাচে মাউত গোহাঞে বোলে তঞি মোৰ হাতৰ গুছিবৰ কেই দিন হৈছে, তই মোৰ বন্দী, মোক তামোল যাচিব পানে কি। এই বুলি শ্ৰীফল কোছক বহুত কৈ শপিলে। তাৰ সেই কথা মনত থাকিল। পাচে চাৰি মাহৰ পাচত জইখামডাং খাতত হাতী ফুৰাঞ্চোতে বাটত মাউত গোহাঞিক লগ পাই বোলে দেৱৰ আগত বিশ্বাস কথা এটি কব লাগিছে দেৱে ৰব। এই বুলি তেঞো ওচৰলৈ হাতী নি খোচাই মাউত গোহাঞিক মৰালে আগৰ কথাকে লই।

আৰু তনখাম বড়গোহাঞিৰ এক হেজাৰ বন্দী আছিল। বড গোহাঞিৰ ছুই পুতেক আছিল নাম— লাবান ১, চনমুন ১, লাচিত ১, বেকা ১, নাৰান খুন্দা ১, লাউ ১, এই ছুই পুতেকৰ লাবানকে চনমুনকে মেচাঘৰত পাতিলে। লাচিতক মেটেকাত পাতিলে। বেকাক ভিতৰ ডিমৌত পাতিলে। খুন্দাক বাজ ডিমৌত পাতিলে। লাউক পৰ্ব্বতত পাতিলে। লাবানক, সৰু পুতেক লাউক বড গোহাঞে কেঁকোৰা দোলাত তুলি লৈ ফুৰাইছিল।

তনথাম বড গোহাঞিৰ পুত্ৰ।

পাচে তনখাম বড গোহাঞি মৃত্যু হলত কতদিন থাকি বড গোহাঞিৰ বন্দী হাজাৰক মহাৰাজা আনি কাঁড়িকৈ আৰালি তলিত পাতিলে, নাম দিলে খৰঙ্গিয়া হাজাৰ। তাৰে তিনি কুড়ি মানুহ কাঢ়ি নি খেকোৰাৰ ফুল বাড়ী চোৱাকৈ দিলে। তাৰে ভিতৰৰ গুটিমালিক মুৰকৈ দিলে। কতদিন থাকি মহাৰাজা গুটিমালিৰ আপাহ পাই ফুল বড়ুৱা নাম দিলে। ফুলত এই ৰব মৰাণ। আৰু

ফুল বড়ুৱা।

পূৰ্ব্বে ক্লাচেন্সমুন বৰগোহাঞিঞ যেতিয়া শদিয়াত ছুটিয়াক মাৰিলে, ছুটিয়া ৰজাৰ ভঁৰাৰী এটাএ দা এখান বাক এখান চুৰ কৰিলে বড় গোহাঞিক দি বৰিল হি। পাচে বড় গোহাঞে তাক আনি, আপোনাৰ খেলুয়াকৈ খোকোৰাত পাতিলেনি। সেই ছুটিয়াৰ পুতেক লাঙ্গিমুই, লাঙ্গিখপক, এই দুই। তনখাম

ভণ্ডাৰী চেটিয়া। বড় গোহাঞিৰ জীয়েক নাং চং গাভৰুক খোড়া ৰজালৈ দিওঁতে লাঙ্গিমুই ছুটিয়াক যৌতকত দিলে। পাচে বুঢ়া ৰজাদেৱে আপাহ পাই লাঙ্গিমুইক ভণ্ডাৰী গোহাঞি ভণ্ডাৰী চেটিয়া নাম দিলে। এই ঘৰ বড় গোহাঞিৰ ঘৰ-বন্দী। তাৰ ভায়েক লাঙ্গিখপক বড গোহাঞিৰ ঘৰত ঘোড়া চোৰা হৈ থাকিল। কুলত এই ঘৰ আৰু ছুটিয়া।

বৰ্ড় পাতৰৰ খেলত লাহবু বুলি বৰাহী এটা আছিল। চাউ কৰ নেওগ হৈ আছিল। সি অপুত্ৰক হুই আছিল। সেয়ে বানক্ৰাং নগাৰ লৰা এটি কিনি পো বধাকৈ তুলিলে। পিচে সেই লাহবু বৰাহী মৰিলত, সেই নগাৰ লৰাকে নি কচু আনৰ বড়া পাতিলে। পাচে মহাৰাজা কাৰ্য্য কামত ভাল পাই লাঙ্গি ফুকনৰ সলনি বড় ফুকন পাতিলে। এই নিমিত্তে হে নেওগ ফুকন বুলিছিল। ইয়াৰে পুতেক নামনিয়াল বড়

নেওগ ফুকন। ফুকন হৈ ৰজাশগুৰ নাম ললে। বাপেক গড় গাঞত ৰাজমন্ত্ৰী নাওবৈচা ফুকন বুঢ়া ৰজা দেৱৰ দিনত।

আৰু বুঢ়াৰজা দেৱে ডাউকি ডাউচিং ইহতৰ জীয়ৰী আনি ধলা কুঞৰী, কলিয়া কুঞৰী বুলিছিল। দুয়ো জনা কুঞৰী অপুত্ৰক আছিল। দুয়ো কুঞৰীএ থাউৰিয়াল নগাৰ লৰা এটি আনি বেথাকৈ তুলিছিল। পাচে দুয়ো কুঞৰী মৰিলত, কুঞৰীৰ ভাত বঢ়াবলৈ সেই লৰাকে দিলে। তাৰে নাম জপৰ জল। ই নিমিত্তে হে নগাৰ পোৰাতিক ভাত ধৰা বোলে। ই থাউৰিয়াল নগা।

আৰু পূৰ্ব্বে বুঢ়াৰজা দেৱক দোপগৰিয়া নগায়ে তিনিটি লৰা ভেটিয়ে। এটিৰ নাম আও, এটিৰ নাম আপম, এটিৰ নাম লাচিত। এটি মৰিল কতদিন থাকি।

ঘোঁড়া কোঞৰ।

মহাৰাজা লাচিতক ডিবৈত মাটি বাড়িদি পাতিলে। চাওডাঙ্গৰ বড়ুৱা পাতিলে। আৰু দেৱতায়ে আওক নি পো বুলি তুলিছিল। তাৰ নাম দিলে আও গোহাঞি। মোৰ তোলনীয়া পো বুলি উজনি জখলা দিলে, খাব চুবলৈ হাতী মাউত, ঘোড়া চোৰাক গিয়াতি পাতি দিলে। ঘোড়াৰ বড়ুৱা পাতি ঘোড়া কোঞৰ নাম দিলে।

আৰু বুঢ়া ৰজাদেৱৰ দিনত এজনাক বেজিণী কুঞৰি বুলি-ছিল। তেঞো ৰজাৰ গা জাৰিছিল। তেঞোৰে বেটি চাৰিজনী আছিল। কছাৰিঅনী এজনী কুছুনী এজনী আহোমনী এজনী ধুবুনী এজনী। কছাৰিঅনীৰ লুকুমাই এটি হল। সেই লৰাক ৰজাদেৱে পো কৈ তুলিছিল। কতদিন থাকি তাক চোৰালী বিয়া কৰাই দিলে। তাৰে লৰা এটা হল। সেই লৰাকে ৰজাদেৱে মোৰ নাতি বুলি তুলিছিল। পাচে তাকো বিবাহ কৰালে। তুংখুঙ্গীয়া ৰজাদেৱৰ দিনত তাৰে বুঢ়া চেটিয়া নাম দিলে। আৰু ধুবুনীৰ লৰাৰ নাম দিলে পিলিকা ধোৰা। তাকো স্বৰ্গদেৱে মাটি বাড়ি দি পাতিলে, আটাই ধোৰাৰে অধিকাৰ কৈ দিলে। কুছুনীৰ লৰাক বোলে ছুটীয়া পঁইতা। এই তিনি ঘৰ বুঢ়া ৰজা দেৱৰ বেজিনী কুঞৰীৰ বেটীৰ লৰা।

আৰু দিহীঙ্গিয়া ৰজাদেৱে বানফা নগাৰ খুনবাৱেৰে সখী সাজি কৰিছিল। খুনবাওৰ নাম কাৰেঙ্গপা। একদিন খুন-বাওক ৰজাদেৱে চাঙ্গলৈকে নি ভাত খুৱাইছিল, ৰজাদেও খাইছিল; পাচে লুখুৰাখুনৰ জীয়ৰী ঝাকৰিয়া কুঞৰী এজনএ ৰজাৰ আল ধৰিছিল। পাচে সেই ৰজাৰ কুঞৰীএ, খুনবাৱে ভাত খোৱা চাই আছে। ৰজাদেৱে পানীলৈ হাত মেলি আছে। আই কুঞ্জীৰদেৱে

মন নকৰে। পাচে ৰজা দেৱে খংকৈ বোলে এই মোলৈ মন নকৰে, নগাৰ খুনবাৰত হে মন সোমাল, এই বুলি সেই জনা কুঞ্জৰীক খুনবাওলৈকে দিলে। পাচে এক বৎসৰৰ মুৰত খুনবাওৰ দিকিৰ

নগা বড়পাত্র।

এটি লৰা হল নাম থলে চেংকন। পাচে সেই লৰাক মহাৰাজা আনি ডাঙ্গৰ কৰি ছোৱালী বিবাহ কৰাই দিলে। সেই ছোৱালীৰ তাৰে দিকিৰ লৰা এটি হল। তাকো মহাৰাজা তুলিলেনি। তাৰ নাম দিলে কনচেং। দিহীঙ্গিয়া ৰজা দেৱৰ দিনত নগাৰণত আপাহ পাই তাকে বড় পাত্র পাতিলে। এই নিমিত্তে হে এতিয়াও এই ঘৰক নগা পাত্র বোলে ,আৰু পূৰ্ব্বে বাওকীয়া বড় গোহাঞিৰ জিয়ৰী এটা, টেপৰ তলীয়া বুঢ়া গোহাঞি ফৈদীয়া নাপেত গোহাঞি লৈ পৰিছিল। সেই ছোৱালীৰ লগত কছাৰীঅনী বেটী এজনী দিছিল, পুতেকে সৈতে ; পাচে নাপেত গোহাঞে সেই কছাৰীঅনী বেটী এৰে খোৱাবোৱা কৰিছিল। তাইৰ লৰাটিক পো বুলি লৈ ফুৰাইছিল। পাচে যেয়ে দেখে সেয়ে সোধে গোহাঞি এইটি কাৰ লৰা। গোহাঞে বোলে ই মোৰ লাই

লাই সন্দিকৈ।

পো। পাচে এদিন গড়ৰ ভিতৰলৈ কো লৈ গল। ৰজা ওলালত সেই লৰাকে হাতত ধৰি আঠু পাৰিছিল। ৰজা দেৱে দেখি সুধিলে, গোহাঞি এইটি তোৰ কি হয়। গোহাঞে বোলে স্বৰ্গদেৱ এইটি মোৰ লাই পো হয়। পাচে ৰজা বোলে ই তহঁতৰ লগত জিন যাব নোৱাৰিব। তোৰ লাই পুতেৰক বড় কুঞ্জৰীৰ ফালে চমুআকৈ খাটিবলৈ দে। এতেকে হে এই ঘৰক লাই সন্দিকৈ বোলে।

আৰু ভটিয়াপৰীয়া নাওবৈচা ফুকনৰ এই ঘৰ কছাৰীঅনী বেটীৰ জহৰা লৰা চাৰিঙ্গত থাকিল গৈ। এতিয়া নাও লৈছে চেঙ্গৰাই। ই পূৰ্ব্বৰ বাওকীয়া বড় গোহাঞি ফৈদীয়াৰ বন্দী টিপিৰা কছাৰীৰ জীয়ৰীৰ জহৰা লৰা। এতিয়াও সেয়ে টিপিৰা কছাৰীৰ ভাই পো বড় গোহাঞি ফৈদীয়াৰ ঘৰত আছে। আৰু পূৰ্ব্বে যি লান ভুৰ্ব্বান

আহোমে চুহান ৰজাক খুচি মাৰিলে তাক কাটিলত তাৰে বন্দী খেলুঙ্গত আছিল। পাচে খোড়া ৰজাৰ ভায়েক দেৱ ৰজাক যেতিয়া চাৰিঙ্গ ৰজা পাতিলে, সেই সময়ত লান তুৰ্ব্বান আহোমৰ বন্দী খেলুঙ্গৰ পৰা পলাল, চাৰিঙ্গ ৰজাদেৱে বিচাৰ কৰি নাপালে। আৰু বড় চিৰিঙ্গৰ এই ঘৰো কেঞোখুন বোলে। ইহঁত জাতত নগা। আহোম বড়ুৱাৰ এই ঘৰো ছুটীয়া ৰজাৰ কটকী টংটে বোলে। এই দুয়ো ঘৰ আপোনাৰ ৰজাত পলাই ৰজাদেৱৰ লগত অহা কেঞোখুন নাম লৈছেহি। খোড়া ৰজা দেৱৰ গাভৰু কুঞ্ৱৰীৰ লগত অহা পেলন ফুকনৰ এই ঘৰ জাতত নড়া। নড়াকোঞৰ ফুকনৰ ঘৰো আৰু নড়া বাই লুঙ্গো যৌতকত অহা বন্দী; ইও জাতত নড়া। আখৈ খোৱা দেঞো থাইৰ ঘৰো জাতত নড়া। বানোৱা হাজৰিকীয়াৰ ঘৰো সোন্দৰ গোহাঞে ডেমেৰাত পাই অনা, ই জাতত মগলু। ডেকা চেটিয়াৰ এই ঘৰ জাতত গাৰো। পূৰ্ব্বে খোড়া ৰজা দেৱৰ ভায়েক ৰজাদেৱক যেতিয়া চাৰিঙ্গীয়া ৰজা পাতিলে, সেই সময়ত বড় গোহাঞিৰ খেলৰ দুঘৰ, বুঢ়া গোহাঞিৰ খেলৰ দুঘৰ, এই চাৰি ঘৰক দেও ৰজাৰ লগত সন্দিকৈ কৰি চাৰিঙ্গত পাতিলে। বড় গোহাঞি খেলৰ মাছ খোৱা সন্দিকৈ এঘৰ, চাৰিঙ্গিয়া সন্দিকৈ এঘৰ, এই দুঘৰক খোড়া ৰজা দেৱে সন্দিকৈ নাম দিলে আৰু লেচাম চুটীয়া বড় গোহাঞি পৰিয়াৰ বন্দী। ৰজাৰ শশুৰৰ বড় জীএকক পুখুৰিপৰীয়া মাউত গোহাঞি লৈ দিছিল।

পাচে কত দিন থাকি ৰজা দেৱে ৰজা শশুৰৰ বড় জীএকক গোহাঞিৰ ঘৰৰ পৰা নি পৰ্ব্বতত পৰ্ব্বতীয়া কুঞৰী পাতিলে। সেই সময়ত লাচাম চুটীয়া আই কুঞৰীৰ লগত টেকেলা বড়া হৈ আছিল। পাচে ৰজা দেৱে আই কুঞৰী দেৱক বোলে পুখুৰিপৰীয়া মাউত গোহাঞিক তঞি মৰা। আই কুঞৰী দেৱে ৰজাদেৱৰ কথাকলৈ লাচাম টেকেলা বড়াক পঠাই আগৰ গিৰীয়েক পুখুৰিপৰীয়া মাউত গোহাঞিক মৰালে।

পৰ্ব্বতীয়া ফুকন।

সেই আপাহতে ভগনীয়া ৰজাদেৱে লাচাম বড়াক বড়ৰূপে ৰেখা কৰিছিল। এই লাচামৰ পুতেকক পৰ্ব্বতীয়া ৰজা দেৱে গামোথাক ভাঙ্গি পৰ্ব্বতীয়া ফুকন পাতিলে।

আৰু বুঢ়া ৰজা দেৱৰ দিনত ৰাকুকৰ পৰা বড় গোহাঞি পৰিয়া ভোকোলা গোহাঞিক ঘৰ ফালি আনি দিহীঙ্গত পাতিলে। তেওঁ অপুত্ৰক আছিল। পাচে মিৰীৰ লৰা এটি পো বধাকৈ তুলিলে, তাৰ নাম দিলে মিৰী সন্দিকৈ। তাৰে পোনতিকেহে বোলে এতিয়াও মিৰীসন্দিকৈ। আৰু এই লগতে দিলীহিয়াল বুঢ়া গোহাঞি পৰিয়া এঘৰ নি গৰুধৰাত পাতিলেনি নৈৰ কাখৰত। এই নিমিত্তে হে এতিয়াও সেই ঘৰক গৰু ধৰীয়া গোহাঞি বোলে। আৰু দিহীঙ্গিয়া বড় গোহাঞি পৰিয়া মিৰী সন্দিকৈৰ বাহৰ এঘৰ ফালি বুঢ়া ৰজা দেৱৰ দিনত অভয়পুৰত পাতিলে। এই লগতে দিহীঙ্গত বাৰে সন্দিকৈ পাতিলে। আৰু পূৰ্ব্বে ডিম আল বেকা গোহাঞিৰ জীয়ৰী ৰেউতি ভূঞা আহোমত পৰিল। পাচে সেই জীয়ৰীৰ পুতেক এটি, জীয়েক এটি হল। পাচে সেই জীয়ৰী মৃত্যু হল। ছোৱালীটীকে লৰাটীকে বড় গোহাঞে তুলিলে নি। পাচে সেই ছোৱালীটি ডাঙ্গৰ হলত, খোড়া ৰজা দেৱত নমাঞি দিলে। সেই জনা কুঞৰীৰ হে লৰা লাঙ্গিবড় জনা গোহাঞি, বুঢ়া ৰজা নাম ললে। পাচে ৰজা হুই বোলে মঞি বড় গোহাঞিৰ জীয়ৰীৰ হে লৰা। এই বুলি মোমায়েক থামচিল গোহাঞিক আনি কছাৰীৰ ৰণত বড় গোহাঞি পাতিলে।

পাচে বড় গোহাঞি হৈ হাতীৰ ওপৰৰ পৰা হাগি পঠালে, নাম ললে গুঞিমেলা বড় গোহাঞি। এওঁৰে বঙ্গহ কন্দী এঘৰ, পুথি পঢ়া এঘৰ আৰু বড় গোহাঞি পৰিয়া লাঙ্গলাউ বাহৰ ঠাসুৰা গোহাঞি, বাড়ী বামুনি বেটীক তিৰোতাকৈ ললে। তাইৰে পুতেক এটি হল। তাৰে নাম থলে লাঙ্গিচঙ্গ। গাৰো কোঞৰৰ জীয়ৰী লৰি মাকে তুলিলে। এই লাঙ্গিচঙ্গ গোহাঞিয়ে, ভগনীয়া

ৰজা দেৱৰ দিনত চাউবেকৰ শইকিন্না হল। এয়ে ভগনীয়া ৰজা দেৱৰ দিনত ৰজা শশুৰেৰে এঁকে কথা হৈ পৰ্ব্বতীয়া বড় গোহাঞিক মৰালে। আৰু পূৰ্ব্বে ৰজা দেৱলৈ লাই সন্দিকৈৰ জীয়ৰী এজনা পৰিছিল। তেঞোৰে ভনীয়েক এজনা এক আহোমত পৰিছিল। পাচে বায়েক আই কুঞৰীক চাবলৈ আহিল গৰ্ভেৰে সৈতে। তেঞোৰে ততে গভুৰা লৰা এটি হল। ৰজা দেৱে বোলে মোৰ গড় ভিতৰত যে লৰা হল, ইয়াৰ নাম ঘৰপাতৰ। এই নিমিত্তেহে এতিয়াও সেই ঘৰক ঘৰ পাতৰ বোলে।

ঘৰ-পাতৰ।

আৰু দিহীঙ্গিয়া ৰজা দেৱৰ দিনত এক ড়িয়াৰ হতোয়াএ দোল বন্ধালে। সেই দোল বড় সুন্দৰ হল। ৰজা দেৱে চাই ভাল দেখি পাচে সেই ড়িয়াক বটা বাহন দি তাৰ নাম দিলে দোল চেটিয়া। চইনা সন্দিকৈয়ে গৰ্ভেৰে তিৰোতা এটা আনিলে। তাইৰে লৰা এটী হল। এই জহৰা লৰায়ে চৈনা সন্দিকৈৰ বঙ্গহ বুলি, নাওবৈচা ফুকন হল নাম জীউধন।

গুঞিমেলা গোহাঞিৰ ঘৰণীয়েক পাতৰৰ জীয়েক মফাৰ জীয়ৰি এটা বেটীকৈ মেলাইছিল। সেই বেটাৰ জহৰা লৰা এটা হল। সেই লৰাএ ডাঙ্গৰ হুই বড় গোহাঞিৰ বঙ্গহ বুলি হেঙ্গদান ধৰা হল, নাও জপৰা।

---

## পঞ্চম অধ্যায়।

### নগা. ছুটীয়া আৰু কছাৰী ৰণ।

পূৰ্ব্বে নড়া ৰাজ্যৰ পৰা ছুক্রাম্ফাএ বড়া বুড়ুক সহিতে আলচ কৰি সেই ৰাজ্যৰ পৰা গুছি আহিল ; সেই লগত অহা ডাঙ্গৰীয়া, চাখনলাক ১, মুংখ্রুৰ ১, কাখ্রুমু ১, মুংজি ১, কাগুন ১, থাউমুংবানলু ১, কেওখুন ১, খুন্তং ১, পাইক ৩০০০, দন্তাল হাথি, মাখুন্দী ১ জনী, তাৰ মাউত ফংপিম, ঘোড়া ৩০০, বাটত লগ ধৰি অহা নলু তেয়ৰে ডাঙ্গৰীয়া নটা। পাচে নড়াৰে পৰা তিনি বৎসৰে পালেহি পুনাতি, তাৰ পৰা ছই বৎসৰে পালেহি হাতী ধৰা, তাৰে পৰা নৈ পাৰ হৈ দুবৎসৰে পালেহি বিবেন, তাৰে পৰা দুই বৎসৰে পালেহি চাখাই। তাৰ পৰা ১ বৎসৰে পালেহি মগলু, তাৰ পৰা বানৰাক, মুনক্রিং এই দুই ৰাজ্য মাৰিবলৈ পাঙ্কিলে। ডাঙ্গৰীয়া খুন্তং ১, কাগ্রুমু ১, কাগুন ১, থাউমুংবানলু ১, কেওখুন. ১ এই সকল সেই দুই ৰাজ মাৰি পুনৰ্ব্বাৰ মগলুতে ৰজাৰ লগ ধৰিলেহি। পাচে তাৰ পৰা লংপেতলৈ আহিল। তাৰ পৰা লাখামলৈ আহিল। তাৰ পৰা মুপানলৈ আহিল। তাৰ পৰা কাকলৈ আহিল। তাৰ পৰা বড় দুৱাৰলৈ আহিল। তাৰ পৰা ঝিৰা পানলৈ আহিল। তাৰ পৰা নামতিলিকলৈ আহিল। তাৰ পৰা এ বৎসৰে খামজাঙ্গ পালেহি। তাৰ পৰা নগাক মাৰিবলৈ ডাঙ্গৰীয়াবোৰক পাঙ্কিলে।

চুকাফা।

নগা ওৰখু ১, খানলাহ ১, তিজাং ১, বিলাও ১, লেতমা ১, পাছুক ১, তাৰুক ১, এই সাতখান নগাৰ গাঞ আপুনি বৰিল। পাচে সেই বৰা নগা হাতে ডাঙ্গৰীয়া বোৰে তপলাক, তপলু, এই দুই খান গাঞ নগাৰ মৰালে। এই বোৰ নগাৰ অধিকাৰী কৰি খামডাঙ্গত কাখ্রুমুঙ্গক ডাঙ্গৰীয়া পাতিথৈ

খুন্‌তেঙ্।

ক্নমভাঙ্গলৈ আহিল, তাৰ পৰা ডইকাউৰলৈ আহিল। তাত থাকি খামতেন, খুনতেঙ্গ, ডঙ্গতিঙ্গ, জেখাম এই চাৰিখন গ্ৰাম মাৰিলে। সেই নগাৰে যি সকলে বড় কথা মাতিলে, তাক ককায়েকৰ মঙ্গহ ভায়েকক খুৱালে, ভায়েকৰ মঙ্গহ ককায়েকক খুৱালে। পাচে ডইকাউৰৰ পৰা নামপুঙ্গলৈ আহিল। তাৰ পৰা নামৰুলৈ আহিল। নামৰুত হাতী ঘোড়া পাৰ কৰিবলৈ নগাএ ভুৰ বান্ধি দিলে। পাৰ হুই দিহীঙ্গে উজাই লাখনে, তেলচা, এই দুইখান গাঞু মাৰিলে। তৈতে অধিকাৰী কৰি খুনতেঙ্গক থৈ আহিল।

পাচে দিহীঙ্গে ভটিয়াই তিপামলৈ আহিল। তাতে ৫ বৎসৰ থাকি হাবি গাতি দেখি নেথাকি লুইতে ভটিয়াই হাবুঙ্গলৈ আহিল। তৈতে ৩ বৎসৰ থাকি তলজোৱা গাতি দেখি নাথাকি দিলীহ মুখলৈ আহিল। তিপামৰ পৰা পানী আহিবৰ জানি তৈতো না থাকি উলটি দিখৌএ উজাই শিলপানীলৈ আহিল। তাতে জুখি দিখৌৰ পানী তকৈ দোজোখা গধুৰ পাই চংতক নাও দিলে। তাৰেপৰা চংতক বোলে। তাতে চাৰি বৎসৰ থাকি তাউখুননাকক অধিকাৰ পাতি থৈ শিমলুগুৰিলৈ আহিল। তাতে পাঁচ বৎসৰ থাকি বানচাঙ্গলৈ আহিল। তাতে ন ভাত খাই পৰ্ব্বতলৈ আহিল। তাতে উত্তৰে দখিনে পখৰা ঘোড়াৰে ফুৰি সোণ ৯ টকা, তয় ২ গছ, খাম ১, লুৰাৰেতু কৰি নগৰ ললে। তাৰ পাচ বৎসৰৰ পাচত ৰজা মৃত্যু হল, ভোগ ৪৪ বৎসৰ।

চঙ্‌তক্।

তেঞোৰে পুত্ৰ ৰজা হল। ৰা'জ ভোগ ৩২ বৎসৰ। তেঞোৰ পুত্ৰ চুহঙ্গিফা ৰজা হল ; ৰাজ ভোগ ৩৮ বৎসৰ। তেঞো মৰিলত ৫ বৎসৰ অৰাজ্য আছিল। পাচে ডাঙ্গৰীয়া সকলে আলচি বিচাৰ কৰি তিপাম গাঞুৰ পৰা বিচাৰি আনি চুতেআহক ৰজা পাতিলে। তেঞো সহিতে ছুটিয়া ৰজা এৰে সাজি সখী বন্ধালে। কতোদিন থাকি পাচে মিত্ৰতাক দৰ্শায়, নাও খেলাই ৰংকৰো বুলি চল কৰি নাৱত তুলি'লৈ গৈ মাৰিলেনি, ৰাজ

আন আন ৰজা।

ভোগ ১৩ বৎসৰ। চাউকামথে ৰজা হল। ৰাজ ভোগ ১০ বৎসৰ। এওঁ মৰিলত অৰাজ্য ৩ বৎসৰ। পাচে ডাঙ্গৰীয়াবোৰে আলচি উপায়কৈ দিলীহৰ পৰা বিচাৰি আনি চাউচঙ্গক ধলত ৰজা পাতিলে।

তেওঁৰে দিনত তিপমীয়া ডাউবঙ্গচোঙ্গৰ জীয়েক ন্যাং নাং চম্রনা নাও আছিল, তেওঁকে কুয়ৰি পাতিলে; পূৰ্ব্বে বাপেক মাকৰ ঘৰত আচোতে তিপামৰ ৰজা সহিতে সেই কুয়ৰিৰে লেনা-দেনা আছিল। পাছে ৰাজা আনিলতে দুগছ স্বৰ্ণৰ হাৰ দি পঠালে; এই কথা বাৰ্ত্তা ৰাজা জানিলে তিপমিয়া ৰজায়ো কুঞৰিৰ বঙ্গহেও ৰজা জানিব হেন জানি, কুঞৰিৰ বাপেক তাউবঙ্গচোঙ্গ নড়ালৈ পলাই গল। তাউতাঙ্গচিঙ্গলাঙ্গে খিংলামে ৰজাৰ এখেলৈ আহিল; ৰজাও সিহঁতক একো নুবুলি মনৰ কথা মনতে থলে। পাচে ৰজাও বানফাৰ নগাক মহ গৰু দি ৰবাই আনি ভাল ভাল লোকক কাটিলে; তাত পাছে তিপমিয়া বোৰকো কাটিলে। তাওতাংচিংলাঙ্গে, তামংৰাএ দুয়ো গৈ নড়া ৰজাত লগালেগৈ।

তিপাম ৰজা।

পাচে নৰা ৰাজাও, তাংচিলাঙ্গপাওক পঠালে ৰণ কৰিবলৈ। সি আহি তিপামত ৰলহি। এই কথা শুনি ৰজাও হাতিত উঠি ডাঙ্গৰিয়া সকল সহিতে তিপামৰ কুহিআৰ বাড়ীলৈ খেদি গল। আমাৰ ডাঙ্গৰিয়া থাউমুন্, চাউৰুন ঘোড়াত উঠি গঢ় সোমাই ধৰিলেগৈ; পাচে নড়াএ জাঠি মাৰিব ধৰিলে। এপাট জাঠি ৰজাৰ গাত পড়িল; এতেকে আমাৰবোৰে টানকৈ ধৰিলে। ৰব নোৱাৰি নড়া ভাগিল। তিপামৰ ৰজায়ে, তামংৰাএ দুই নড়াৰ লগত নগৈ, কমতেশ্বৰত পলাই সোমালগৈ।

তাত পাছে আমাৰ ৰজাও মৰিল, ৰাজ ভোগ ১০ বৎসৰ। তেওঁৰ পুত্ৰ ছজাঙ্গ ৰাজা হল, ৰাজ ভোগ ১৬ বৎসৰ। তাত পাছে চুফং ৰাজা হল, ৰাজ ভোগ ১৮ বৎসৰ। তাত পাছে ছুচেন ৰাজা হল। তেওঁৰ দিনত একদিন দিনতে আন্ধাৰ কৰিলে। তাত পাছে খাম্‌পা নগাএ

তিনি খন নাকৈ লৈ ৰাজাত গোচৰ কৰিলেহি বোলে টংচু নগাএ আমাক দুৰ্ব্বল কৰে ; সৰ্গৰ দেৱ তাক মাৰি দিয়ক। পাচে ৰজায়ো নগাক মাৰিবলৈ চাওকাংবান্‌ৰুঙ্গকে, থাউৰিঙ্গকে ২ আগকৰি পাঞ্চিলে। পাচতে ৰজাও গল। ৰণ লাগিলত দুইজনা ডাঙ্গৰিয়া পড়িল। পাইক পড়িল ১৪০। পাছে ৰজা দুই বাপেক পুতেক উলতি আহিল, জেষ্ঠমাহ ৰজাও মৰিল। ৰাজ ভোগ ২৭ বৎসৰ। তেওঁৰে পুতেক ছুহনফা ৰজা হল। পাচে টংচু নগাক মাৰিবলৈ এওমুঙ্গক পাঞ্চিলে।

টংচু নগা।

এনে সময়তে চৈত্ৰমাস কছাৰিএ টংছুতে ৰণ ধৰিলেহি। এই কথা সুনি আমাৰ ৰজাও চাউপেংলুক, প্লায়লুং হাতি দি ৰণৰ মুৰ পাতি পাঞ্চিলে। চেলাউচেঙ্গ নেওগক গড় পাতিব দিলে। ইবোৰো গড়তে ৰলগৈ। পাচে কচাৰিএ গড়ত নধৰি পাঞ্জৰে বাট কাটি আনি ইবোৰক ধৰিলেহি। পাছে চাউপেংমুন প্লায়লুং হাতিত উঠি ধৰিলেহি। বলে নোয়াৰি হুহকি আহিল। ৰজাও দিখোৰ কোখলৈ গৈছিল। কচাৰিএও টংচুলৈ খেদি আনিলে। আগে জি এওমুং গৈছিল সি ৰণত পৰিল। পাইক পড়িল ১৫০। পাছে হাতি ১, তিৰতা ১ জনি, বন্দি ১০, এই খিণি দী কথাবাৰ্ত্তা হৈ প্ৰীতি কৰি পঠালে।

পাছে বৰা নগাএ আহোমৰ ৪টা ৰূপ ডাঁড়ি ললে। এই কথা তাৰ মনত আছিল। পাচে কতোদিন গৈ ৰজাৰ ঘৰৰ টুপ ভাগিল। আগে জাৰ ৰূপ ডাঁড়ি ললে, সেইয়ে বাঁহৰ চুঙ্গাত জাঠি ভৰাই আনিছিল। বন কৰিবৰ ভাবেৰে চল চায়িচিলে। ৰজাও মিচাঙ্গতে বহিছিলে। পাচে ৰজাক খুচি মাৰিলে। ৰাজ ভোগ ৬ বৎসৰ। পাছে তাকো মাৰিলে। পাচে তেওঁৰ পুতেক চুপ্লিং ৰজা হল ; তেওঁকে চাউলুংখাম পেপে মাৰিলে ; ৰাজ ভোগ ৪ বৎসৰ। পাচে চুকং ৰজা হল। কতদিন সেই পৰ্ব্বতৰ পৰা দিহিঙ্গলৈ আহিল। পাঁচ বৎসৰ পাচে থাউমুন ডিবানককে, থাউমুংখাম পেঞ্জকে আউনিয়া নগাক জুঝিবলৈ পাঞ্চিলে। ইবোৰো

আউনিয়া নগা।

আবৰ দেখি নগাও ভয় হৈ কোঞবি ১টা, হাতি ১টা দি মাতিলে। তাকে লৈ ইবোৰো উলটি আহিল। তাৰ ৫ বৎসৰ পাচত হাবুঙ্গৰ পানবাৰি ললেগৈ।

তাৰ ২ বৎসৰৰ পাচত চুটিয়াৰ খিৰনাৰানে, চেক্ৰয়াকাটায়েদি বাট কাটী য়াহিল। দিখৌ মুখত ৰলহি। ৰজা এই কথা শুনি চাউচিখেন, থাউমুং বানলু এই সকলক পাঞ্চিলে। নাৱে তৰে ধৰিলে গৈ।

চুটীয়াৰ লগত ৰণ। ইবোৰে ধৰিলত সি ৰব নোৱাৰি ভাগিল। আমাৰ ৰজাও হাবুঙ্গৰ পৰা দিহিঙ্গ মুখলৈ য়াহিল। চুটিয়াৰ ৰজা খিৰনাৰানে এখেত ৰণ হাৰি দিহিঙ্গৰ গড়ত ধৰিলেহি। গড়ৰ পৰা ওলাই এওমুঙ্গে ৰণ ধৰিলেহি। পাচে চুটিয়াএ এওমুঙ্গক মাৰিলেহি। পাচে বড়াবড়ুকক চেক্ৰয়াকটালৈ পাঞ্চিলে। তাৰ পাচত ৰজাও গল; ইবোৰেও চুটিয়াক খেদি নি দিহিঙ্গ মুখ ঠেকালেনি। আমাৰ মানুহে চুটিয়াৰ নাও এখান, গোধা মানুহ এটি পায় চেক্ৰয়াকটাতে ৰজাত যোগালেনি। ৰাজাও তাত বাৰ্ত্তা সুধিলে বোলে চুটিয়া কত আছে, সি বোলে দিবুৰ মুখত আছে।

থাউমুনচঙ্গকে কিলুঙ্গকে দিবোৰো মুখত গড় বান্ধি থাকিব দিলে; ৰজাও চেক্ৰয়াকটাৰ পৰা পৰ্ব্বতলৈ আহিল। তৈতে দেওতুগ কৰি চেচামুখলৈ মাঘত গল। দিবোৰো মুখত গড় বান্ধিবৰ দেখি চুটিয়া লাডপৰালৈ গল। তাৰে থাবাননাউ বুলি এটা বড়ুয়া কিছুমান ঠাটেৰে দিবোৰো মুখৰ গড়ত ৰণ ধৰিলেহি। পাচে চেচাৰ পৰা ৰজাও দিবোৰোলৈ গল। থাউমুন চেঙ্গে কিলুঙ্গে নাৱে তৰে খেদি নি সদিয়ালৈকে নিলে। আলাগি চেটিয়াএ চুটিয়াৰ কাঁজিতোৰাক খেদি নিলে; ৰজাও পাছে পাছে সদিয়ালৈ খেদি নিলে।

পাছে চুটিয়াএ থামুন চুঙ্গেৰে, কিলুঙ্গৰে এখেলৈ কটকি পাচিলে; সন্ধিৰ প্ৰস্তাৱ। থাউমুনচুঙ্গলৈ দিলে, সোনাৰ হাৰ ২ গচ, পাটি ২ খান; কিলুঙ্গলৈ দিলে কঁড়িয়া এজোৰ, পাটি ২খান। বোলে আমাক খেদা কোড়া নকৰক; বৎসৰি বৎসৰি কৰভাৰ দি থাকিম।

এই কথা সিবোৰে ৰজালৈ জনালে। ৰজাও লাখে পাচনিত কৰি এই খান বুলি গল; বোলে তাৰ যি সোনৰ ডণ্ড, খাট, মেকুৰি আছে, তাক মোলৈ দিআ হক; ৰূপৰ ডণ্ড, খাট, মেকুৰি জি আছে, তাকে ৰাখোক। সি আৰু বড় কুঞ্জৰিকে মাকুন্দি হাতি:ক মোখ্য কৰি বড়হাটে দি হাতি ১০টা দি আহোক। পাছে চুটিয়া ৰজায়ে শুনি এইখান বুলিলে বোলে ভাল; কুঞ্জৰিকো মাখুন্দি হাতিকো আৰু যি ১০টা. হাতি খুজিছে তাকো মই দিম; সোনৰ ডণ্ড, খাট, জি খুজিচে সি মোৰ বুপা ককাৰ কালৰ সৰ্ব্বস্ব, তাক মই দিব নোৱাৰো। নকৈ গঢ়াই হে দিব পাৰো, যদি মোক এক মাহ মানলৈ দিন দিয়ে। পাচে কটকিত কৰি দি পঠালে। খাউমুনাচুঙ্গলৈ, সোনৰ খাপৰ চিকন ঝাপি এটা, সোনৰ খাৰু এজোৰ, সোনোয়ালি পয়জাৰ এজোৰ, হাতি ২টা, পাট ২ খান। কিলুঙ্গলৈ সোনৰ খাৰু এজোৰ, ঘোড়া ২টা, হাতি ২টা, পাটি ২ খান।

কিলুঙ্গলৈ জি পাটি দিলে তাৰে ভিতৰত, ৰণক মনে, চুৰি বুলিয়ো কয়। কটাৰি খান দি য়াহিছিল। এই কথা ডাঙ্গৰিয়া বোৰে ৰজালৈ জনালে। ৰজাও খাউমুনাং চুক, চাউচিন কিলুঙ্গ, খাউমুনচেন্, খাউমুনকেথন্, চাউচিকৰঙ্গনে, এই ৫টাৰে ৰজা আলচ কৰি, নাওদুনি পাচি ৰজাও কলা ঘোড়াত উঠি এই সকলে সহিতে বাম বাটেদি চুটিয়াৰ বড়নগৰ ললেগৈ। পাচে চুটিয়া ৰজা ভাগিল, চাউচিক ৰঙ্গনে পাচে পাচে খেদি নিলে; আনো সকলে পাচতে খেদি গল; চুটিয়া ৰজাও পলাই গল।

চুটিয়াৰ পতন।

ই ৰঙ্গাথঙ্গাচল পৰ্ব্বতত উঠিলগৈ, মহাৰাজাও তাৰ নগৰৰ সন্নিকৰ্ষত থাকিল। বড়াবড়ুক সকলে পৰ্ব্বতত ধৰিলেগৈ। চুটিয়াৰ মানুহ বিস্তৰ পড়িল। পাচে বলে নোয়াৰি চন্দ্ৰগিৰি পৰ্ব্বতত উঠিলগৈ। আমাৰ লোকে চন্দ্ৰগিৰি পৰ্ব্বতত উঠিব খোজোতে চুটিয়ায়ে আমাৰ মানুহ কিছু কাটিলে। মানুহ পড়িবৰ দেখি আমাৰ

মানুহ হুহকি আছিল। আমাৰ বড়ুৱা প্ৰচঙ্গ ৰেখক ধৰি নিলে। তাক নিবৰ দেখি সকলে আলচ কৰি থাউমুংমাংচুক, থাউক্লিন থাং এই দুই গল ; বড় বাটে থাউমুনচেন গল। বাম ফালে থাউমুন কেখন গল।

সোঁফালে ইবোৰ জাবৰ দেখি আমাৰ জি চুচেঙ্গ সইকিয়া আছিল, পৰ্ব্বতৰ কোখত সেইএ গচৰ আগত উঠি চালে, চুটিয়া দেখে তাৰ লগত মানুহ তাকৰ ; পাচে চুচেঙ্গ সইকিয়ায়ে ডেৰকুড়ি মানুহেৰে উঠিল গৈ ; তাৰে বড়দুৱাৰ পালেগৈ। চুটিয়াএ কঁড়াই, খুচি আমাৰ মানুহ দুই চাৰি মাৰিলে। মানুহ পড়িবৰ দেখি জংমুখং হাতি বড়ুৱাএ মানুহ কিচু লৈ পৰ্ব্বতত উঠি ৰলগৈ ; পাচে আমাৰ বোৰ গৈ চুটিয়াক কঁড়াৰ ধৰিলে ; পাচে চুটিয়া ৰণ এড়ি পলাল। তেনেতে জংমুখং হাতি বড়ুৱাএ চুটিয়াক খুচি বগৰায় পেলালে। পুতেককো কাটিলে। তাৰ কুঞঁৰি কতোবোৰ কাটিলে। কতোবোৰক আনিলে। চুটিয়া ৰজাৰ মূৰকো, সোনাৰ ডণ্ড খাটকো বড়াবড়ুক সকলে স্বৰ্গ মহাৰাজ জোগাই সেৱা কৰিলে। পাচে চাউচিক ৰঙ্গনে কলত, ৰাজা বোলে থাউমুনাচু থাউ চিলুং, কিলুং এই সকলেৰ আলচ কৰি এই ৰাজখন যে মৰাহল ইহাক নাখালে কিয় ভাল হব।

এইবুলি থাউমুন ক্ৰাচেঙ্গমুন বড়গোহাঞিক মানুহ, হাতি, ঘোড়া দি সদিয়াত বড় গোহাঞি পাতি থলে। চুটিয়া ৰজাৰ বাপেক পুতেকৰ মূৰ দেওঘৰৰ ওচৰত ড়য় কৰিলে। নাকলিক কাপচয় সকত ৰজাৰ পুতেককে, চেলুঙ্গকে ৰজা পাচিলে, তহত সদিয়'লৈ যা সেইলগত হনলকো পাচিলে বোলে ক্ৰচেঙ্গমুনত কথা ওলগাই কৰি গৈ, আহিব দিবি।

ক্ৰাচেঙ্‌মুন।

পাচে ইবোৰ গলত ৰূপ সন্দিকৈয়ে আগে দুজনা গোহাঞিক সেৱা কৰিলেহি। আগবাঢ়ি দুৱাৰ মুখ পালত গৈ, পাচে ক্ৰাচেঙ্গমুন গোহাঞি আছিল, তেন্তিয়াএ হনলে ৰজাৰ কথা কলে বোলে ৰজাএ দেও তোমাক মাতিচে। তুমি এখেৰ আন মানুহ দুজুহ নিন্দিৰা ;

তোমাৰ আপোনাৰ ঘৰৰ লৰা লুৰি বন্দিবেটি মাতৰ নিয়া। এই কথা শুনি ক্ৰাচেঙ্গমুন আহিল ; সেই লগত ৰূপ সন্দিকৈও আহিল। দুয়ো ৰজা সেৱা কৰিলেহি। পাচে ৰজা ক্ৰাচেঙ্গমুনক বুলিলে, তঞি লৰাক সিখায় বুজাই থাকগৈ। পাচে ৰূপ সন্দিকৈও ৰজা সেৱা কৰি সদিয়ালৈ গল। ইবোৰেও গৈ থাকিল গৈ।

পাচে সেই গড়ত কচাৰি ৰজাৰ ভায়েক ডেঙচাএ ধৰিলে ; পাচে আমাৰ বোৰেও তাক ধৰিলেগৈ। পাচে ডেটচাক চাৰিং ৰজাৰ বন্দিএ খাৰি দাৰে কাটিলে। পাছে ৺এ থাউমুংতক মৰঙ্গি গড়ত থাকিব দিলে। ৺সকল বড়াবড়ুক সৈতে নামতি মাএ দি উজাই আহি তিজাং মুখত ৰলহি গড় বান্ধি। সিয়ো আহিছিল ; লং লাপেতত তিজাং নএ উজাই ; এক ফৈদ মানুহে তাক ভেটিলেগৈ। পাচে সিও আগভেটীব দেখি আমাৰ সেই জোয়া মানুহৰ ঘৰ পুৰি পলাল। পাছে ৰাতি আহিলত সকলকো ৺এ বুলিলে। সি জে ঘৰত জুই লগাই পকাল তহতে পাচে পাচে খেদি জা জঁতে পা তঁতে ধৰগে খেদি। পাচে আমাৰ বোৰেও খেদিগৈ সিতলনেঘেৰিত পালেগৈ। পাচে কচাৰিৰ ডেকাৰজা গড় বান্ধি ৰলগৈ। পাচে আমাৰ ৰজাৰ পুতেক গৰগঞা ৺কে, চাৰিং ৰজাকে, চিতঙ্গকে ৺এ পাচিলে তহঁতে কচাৰিক ধৰ গৈ। হনলকে, ক্লিংখামকে সিহতৰ পাচতে সোঁহাতে যাব দিলে। পাচে ইবোৰ গৈ ধৰিলত সিহঁত ভাগি গৈ ইটা গড়ত ৰলগৈ। বেলদাৰ ডুটা পালে। আমাৰ বোৰেও ইটা গড়ত ধৰিলে গৈ। পাচে সি তৰ পৰাও ভাগি মাহৰলৈ গল, আমাৰ বোৰেও মণি পথাৰত ৰলগৈ।

কছাৰীৰ ৰণ।

আমাৰ দেৱতাৰ এখেলৈ মানুহ এটিত কৈ ৰূপ ২০০ দি পাছিলে ; মোৰ পুথাও পুলিনৰ ৰাজ্য খোৰাএ বলকৈ খাই ছিল। বোলে মোৰ ভনিকো দিম। মও ৺ক সেৱা কৰিমগৈ। পাচে দেৱতায়ে বুলিলে বোলে ভনিয়েককো দিব, ৰূপ ২০০০, হাতি দিব ১টা। এই কথা শুনি কচাৰি ৰজায়ে আমাৰ

সন্ধিৰ প্ৰস্তাব :

৺দেৱতাক সেৱা কৰিলেহি আৰু এইখান বুলিলেহি ; ৰূপ ১০০০, তাও কাপৰ ৫০০, উকা কাপৰ ৫৫০, নাকৈ ১০০০, লোৱাল ১০০ সাঙ্গি এইখনি বৎসৰি দি সেৱা কৰিম। মহাৰাজাএ সোনৰ আঙ্গুঠি এটি দি এই খনি বুলিলে বোলে এই আঙ্গঠি সিহৰাজ নহয়গৈ মানে মোলৈ মন্দ নিচিন্তিবি বুলি তাক দিলে।

টঙ্গিয়ে সৈতে হাতি ১টা দিলে। জিমে সৈতে ঘোড়া ২ দিলে হেঙ্গদান ১ খন। তাৰ লগত অহা বহবাখুনতাৰক দিলে ঘোড়া ১টা, ৰূপয়া দা ১খন, ছিলৈ ১টা দি এইখন বুলিলে বোলে তোৰ সোনৰ ডণ্ড খাট টাৰ হাতি আৰু মগলুৰ ৩টা জিয়ৰি আছে, তাকো দিবী। বড় কুঞ্ৰিক তোলৈ থবি, পাচে তাৰ লগত আমাৰ মানুহ ৪০ দি বিদায় দিলে। ইয়াক ইটা গচত থৈ আহগৈ। আৰু পাচে ৺এ এই খন বুলিলে, খুন খাৰৈ জে পলাল তাক ধৰি দিবি। সি বেলে ভাল পালে তাক ধৰি দিম। পাচে ৰাজা ৰাথুক বটা দিলে। পাছে কচাৰিৰ পালে ঘোৰা ৫০টা, হাতি ১টা।

ৰজা তৈৰ পৰা আহি লুইত পালেহি। পাছে তাৰ পৰা পাতৰকে, চিন সন্দিকৈকে বোলে গোৰাক আগ ভেটি ধৰগৈ। হনলক যাব দিলে নাহৰলৈ। থাউমুংতকক মৰঙ্গিৰ পৰা বুৰৈত থাকিব দিলেগৈ। পাচে ৺এ গৰ্গয়া ৰজাৰে, চাৰিঙ্গিয়া ৰজাৰে, ফ্ৰাচেন মুনেৰে আলচ কৰি আপোনাৰ ৰাজ্যলৈ আহিল। পাছে খুনখাৰৈক পালে। পাচে উজিতে টেমণিএ সিবোৰক ধৰিলেহি। পাছে ৰকঅ বানৰ পড়িল।

খুনখাটে।

পাছে আমাৰবোৰে ধৰি নিলত উজিৰো পলাল। পাছে তাৰ নাও ছুনি পালে, তাৰ পৰা উলটি আহিল। পাতৰে কুঞ্ৰি পাৰত বড় গড়বান্ধি ৰলহি। তাৰ জি নাহৰত দেওঘৰ আছিল, তাৰো সোনৰ পিড়া দণ্ড, ৰূপৰ দণ্ড সকলো মিলি ৪০৮০ ৰূপৰ যাব পালে। মাথুন্দি হাতি ১ জনি এই সকলকো হনলে আনি ৺ জোগালেনি। তাত পাছে থাউন্ৰিং থামক ৰণৰ সাজে চাউলাইতে থাকিব দিলেগৈ ;

থাউমুঙ্গতক চোঙ্গৰিত থাকিব দিলে। হনলক থাউমুঙ্গতকৰ্ণালে ভড়ৰিত থাকিব দিলে। ৺ বোলে যদি পাহুৰ ফালে ৰণ আহে ক্লিংখামে, হনলে তহত দুয়ো খেম কৰিবি।

থাউমুঙ্গতকৰ ফালে যদি আহে, তেওঁ তহতে খেম কৰিবি। সেই সময়তে বঙ্গালৰ খুনফাঙ্গে মিত মানিককে উজিবকে ঘোড়া ১০০০, মানুহ ১০০,০০০ দি পঠাই দিলে। সিহতো নাবে তবে আহিল।

মিত মাণিক। পিছে আমাৰ ক্লিংখামক ধৰিলেহি উজিবে। মিত মাণিকে ঘোড়া মেলি পাতৰৰ মাজৰ কোঠত ধৰিলেহি। পাছে প্লাইলুৰিন হাতিত উঠি পাতৰেও তাক ধৰিলেগৈ। পাচে কটাকটি লাগিল। প্লাই চিঙ্গ হাতিৰ লেজফান্দ্ নিসেষ কাটিলে; ক্লিংখাম উঠিল প্লাইলুৰিন হাতিত। থাউমু'বিচাং উঠিল প্লাইকাই হাতিত। পাছে এই দুয়ে খেদি গৈ ধৰিলে, পাছে মিত মানিক পড়িল, উক ভাগিল। চিলুঙ্গকে আনো সকলে সৈতে খাগৰি জানলৈকে খেদি নিলে। ইবোৰো উলটি আহিল। তাৰ ঘোড়া পালে মৰা এড়ি জিয়াএ, ১০০ হিলৈ পালে। আনো বস্তু জতে জি পালে ৺এ চিলুঙ্গকে, থাউক্লিংখামকে, থাউমুনবিচাঙ্গকে ৰজা মাতি পঠালে। সিবোৰেও জি ঘোড়া পঞ্চাহ ৫০, আনো বস্তু জতে পালে, সকলে লই ৰজা সেৱা কৰিলেহি। ৰজা চিলুঙ্গক পাচনি কুঞ্ৰি এজনি দিলে। বিচাঙ্গকে ক্লিংখামকে কুন্মুন্ কুমুখাৰে বটা দিলে। আনো সকলকো লিখন কৰিলে। হনলক খেম নকৰা দাই ধৰি ভাঙ্গিলে, ফৰ জাঠি কাঢ়ি লৈ ঘৰলৈ খেদালে। তাত পাছে লাক্লি ৰাইড়িং সকত চিলুঙ্গক টেমণিত গড় বান্ধিব দিলে গৈ।

# ষষ্ঠ অধ্যায়।

## হিন্দু প্ৰভাৱৰ সুত্ৰপাত।

আত পাছে, বৈসাখ মাসত শ্ৰীশ্ৰীদিহিঙ্গিয়া মহাৰাজাৰ দিনত তুৰ্ব্বক আহিল। হাতি ২টা, ঘোড়া ১৩৯০ এইএৰে টেমনিত ধৰিলেহি। ৰজাও ই কথা সুনি চাউচিনে চাউচিকে ডুইকো পাচিলে। পাচে গৰগঞা ৰজাক, ফ্ৰাচেঙ্গমুনক, মৰাউলা দেওধাইক, তহতে তিনিও এঠাই হৈ কুকুৰা ঠেঙ্গ চাইহে জাবি। এই বোৰেয়ো এঠাই হৈ কুকুৰা ঠেঙ্গ পাতিলে। দেঞোধায়ে বোলে আমি গড় পাৰ হৈ ধৰো যদি আমি হাৰিম। গড় পাৰ হৈ যদি সি ধৰে আমি জিকিম। ফ্ৰাচেঙ্গমুন গোহাঞি ৰালৈ আহোতে গাভৰুত কাপৰ খুজিলে। গাভৰুএ বোলে দিন সামাণ্য হৈছে; কাপৰ দিব নোৱাৰোঁ; কাপৰৰ লক্ষন সুনা; মা নিসা ৰাতি কপাহ নেয়োঠিব। পাজি কৰিব, সুতাও কাটিব। কাপৰো বব, ৰাতি নৌপুয়াওঁতে কাপৰো ওলাব। সেই কালৰ আহোম শাস্ত্ৰ নিয়মে ৰণলৈ ভাল। সেই কাপৰ গোহাঞিএ ৰণলৈ জাওঁতে পিন্ধিবলৈ নেপালে। গাভৰুএও আহোতে বাধিলে; বাধা সুশুনি আহিল। পাছে সিহতে দিনে দিনে ঘোড়া মেলি আমাৰ মানুহ ডুনহ পালেহি। পাছে গৰগঞা ৰজা আনো সকলে সহিতে গড় পাৰ হৈ দেঞোধাইৰ কথা সুশুনি তাক কচুয়াচিলৈকে খেদি নিলে। পাছে তুৰ্ব্বিক গড়ৰ পৰা ওলাই ধৰিলেহি। আমাৰ মানুহক খেদি নি কপিলি গঙ্গাত পেলালে নি। গড়গঞা ৰজাত গাৰো কাণ্ড লাগিল, ঘোড়ায়ো পৰিল। ফ্ৰাচেঙ্গমুন থাউমুং ক্লিং খাম বিংচা' মানুহ ডুমুহ বিস্তৰ পড়িল। গড়গঞা ৰজাক ডুৰৰা ফুকনৰ ৰঙ্গস ডাঙ্গৰ পানিয়ে কানতকৈ আনিলে। পাছে গাভৰুএ ৰণত ফ্ৰাচেঙ্গমুনক পড়িবৰ সুনি খেদি আহি ৰণ

টুৰ্ব্বকৰ লগত যুদ।

ধৰিলেহি। গাভক ৰণত পড়িল। পাছে ৰজা সলালৈ আহিল, ১৩৯০, মাস আসাড় ১৯ দিন।

তাত পাছে তুৰ্ব্বকৰ ৰণত ৫ খান কেকোৰা দোলা পড়িল। গৰগঞা ৰাজা তিনিজনা গোহাঞি সহিতে ৩ বৎসৰ ভাবি মাৰেৰে মাৰ বান্ধি জুদ্ধ কৰি নোৱাৰিলে। তাত পাছে কঙেণ্ড বড়পাত্ৰ গোহাঞি ঘৰত ভাগি আছিল। ৰাজা তিনিবাৰ মানুহ পঠাই মাতিলে, তেওঁ নাহিল। ৰাজ মাৰে মাতিলত হে আহিল। গোহাঞিক বড়পাত্ৰ পাতিলে; মুক্ক সেনাপতি হৈল। গোহাঞি বোলে তিন বৎসৰ যুদ্ধ কৰি নোৱাৰিছে। লোকজন 'ডাডাঙ্গৰিয়া অনেক পড়িল। যুদ্ধ কৰি আক নোৱাৰো। মিত্ৰ কৰি মাৰো। গোহাঞি বোলে মই বৰিব খোজো, তুৰ্ব্বক ৰাজা মিত্ৰভাৱে নিয়ে নেনিয়ে। তুৰ্ব্বকে বোলে ভাল গোহাঞি আহোক। গোহাঞি বোলে ভাল মঞি তেহে জাঞ। তুৰ্ব্বকৰ লগত মই থাকিম। বড়াবড়ুকৰ লগত মোৰ বড়াবড়ুক থাকিব।

এই যদি সত্য নিবন্ধ হয় তেহে জাওঁ। তুৰ্ব্বকে বোলে ভাল এই নিবন্ধ হক। পাছে ভাৰ বাড়িত সেল স্লুমুয়াই ললে। পাটি গাৰুৰ সান্ধিত দা স্লুমুআই ললে। মানিসা জাওতে মঞি তুৰ্ব্বকক ধৰিম। তহতে বড়াবড়ুকে বড়াবড়ুকক ধৰিবি। এই নিবন্ধ কৰি গৈল। সেই ৰাতি কঙেণ্ড গোহাঞি তুৰ্ব্বকেৰে কথা হুই চল চাই আছিল। পাছে তুৰ্ব্বকক সেলেৰে খুচি মাৰিলে। তাৰ চোলা খাৰু আনিলে। বড়াবড়ুৱকেও বড়াবড়ুকক মাৰিলে। সেই তুৰ্ব্বকৰ যুদ্ধৰ পৰা হিলাই হল।

আত পাছে ১৪৫৫, সেই সময়ত গড়গঞা ৰজা, বড় গোহাঞি, তনখাম, বুড়া গোহাঞি,—ফুলুং খাম, কমতেশ্বৰৰ মিত্ৰৰ অৰ্থে একলাখ হেজাৰ ঠাঠেৰে নাৱে তৰে গৈ কামৰূপ বশ কৰি ললে।

কামৰূপ দখল।

তাতে বাড়ি গৈ কৰতিয়া গঙ্গাত থাণ্ডা পখালিলে। তাৰে পৰা গৌৰেশ্বৰলৈ ভাং জাং চেটিয়া দুইক দূত পঠায়ে।

সিবোৰেয়ো একহাজাৰ ঠাঠেৰে অনেক সম্ভাৰ লৈ গল। পাছে গৌৰেশ্বৰে অপূৰ্ব্ব সন্দেষ দেখি, ভাল লোকৰ মুখে শোধালে বোলে কেনে ৰাজাৰ দূত আছিচে বা কি নিমিত্তে। আৰু যে শুনিছো একলাখ হাজাৰ ঠাঠেৰে নাৰেতৰে আছিছে তেওঁ বা কোন আছিছে বা কি কাৰণে আকে ক। পাচে দুই চেটিয়া বোলে, স্বৰ্গমহাৰাজাৰ সাতমাসৰ পথত নগৰ। তাতে থাকি পাচিছে এক পুত্ৰক চাৰি কুৰি হাজাৰ ঠাঠেৰে পূৰ্ব্ব দেশলৈ। এক পুত্ৰক সাঠি হাজাৰ ঠাঠ দি জয়ন্তা, মগলু, ত্ৰিপুৰা, এই সকল মাৰি বস কৰিবলৈ পাচিছে। দক্ষিনলৈ চাৰি কুৰি হাজাৰ ঠাঠ নগৰ ৰক্ষা কৰি থৈ, একলাখ হাজাৰ ঠাঠেৰে আহি কৰতিয়া গঙ্গাত ৰহিচেহি।

গৌড়েশ্বৰৰ লগত মিত্ৰতা।

এতেকে৺এ আমি দুইক পঠাই এই খান বুলি আহিছে, মক্ৰি স্নুনিচো, গৌৰেশ্বৰ ডাঙ্গৰ ৰাজা। আমিএৰে যুদ্ধকে কৰেনে নে মিত্ৰৰতিএ হই। পাছে গৌৰেশ্বৰে বিম্ৰসা কৰি বুলিলে বোলে শাস্ত্ৰ মুখে স্নুনিচো প্ৰথমে পৃতি গোটহে শ্ৰেৰষ। জদি পৃতি নৰহে তেবেহে যুদ্ধ কৰিবাক লাগে। স্বৰ্গমহাৰাজানো কোন পৃতিক ৰাঞ্চা কৰে। পাছে দুই চেটিয়া বোলে আগে জি মহাৰাজাৰ ঠাইৰ সন্দেষ পত্ৰ দি আহিছে কথা বাৰ্ত্তা জিয়াছে, তাকে আমি আসই নাপাই হে মকৈচো। কিন্তু আমাৰ ৺ৰো কন্যাৰ অৰ্থে হে বচন বুলি আহিচে। পাছে গৌৰেশ্বৰে হাসি বোলে কন্যা হলে জতে ততে দিবকেহে লাগে। বিসেসত সোমাৰেশ্বৰ মহাৰাজাক যদি মই জোঞাই পাঞ তবে আতপৰে ডাঙ্গৰ কি আছে। এই বুলি মহাপাত্ৰক আজ্ঞা কৰিলে। মহাপাত্ৰয়ো অনেক বস্ত্ৰ সম্ভাৰ হস্তি ঘোড়া ভাল মানুহ লগত জৌতক দি ৰাজাৰ জিয়েকক আনি স্বৰ্গমহাৰাজাৰ ঠাই যোগালেনি। কন্যাৰ নাউ ৰাজনি কুমৰি। কন্যাৰ লগত জৌতক দিয়া মানুহৰ লেখা:—সেৰপুৰ, পাভিলা জহা, এঘাৰে সেন্দুৰ,

ৰজনী কুমাৰী।

কামৰূপ, বাহিৰ বন্ধ, এই পাঞ্চ খান দিলে। বিসেসত স্বৰ্গ মহাৰাজাৰো ৰাজ্যত ইছা নাই। কমতেশ্বৰৰ মিত্ৰৰ কাৰনে হে সহায় হুই গৈছিল। সেই সময় কমতেশ্বৰে দিলে এক কন্যা।

বিশ্ব সিংহ।

গোহাঞে কৰতোয়া গঙ্গাৰ কোখত দৌল বান্ধি পুখুৰি খানি আহিলত বিশ্বসিংহ ৰাজাৰ নাম শুনি সসৈন্যে খেদি গল। পাছে ৰাজা সুবৰ্ণ এক চক্ক, ৰূপ এক চক্ক লৈ বৰিল। সেই সময়ত বড়গোহাঞ্ৰি প্ৰমুক্ষ্যে সকলোয়ে বোলে গৌৰেশ্বৰে কন্যাৰ লগত পাঞ্চ গ্ৰাম কামৰূপ সহিতে জৌতক দিছে। তুমি জাতো আমাত বৰিলা, আমিয়ো তোমাক এই ঠাইতে বিশ্বসিংহ নাম দি থাপিলো।

কুনমিলেৰে বটা দি বোলে স্বৰ্গমহাৰাজাৰ ঠাইলৈ উপায়ন দ্ৰব্য দি থাকিবা, এই বুলি আহিল। আত পাছে গৰগঞা

দিহীঙ্গীয়া ৰজাক পুতেকে মৰালে।

ৰাজা গৌৰ কমতেশ্বৰক জিনি দুই কন্যা লৈ আহিল। সেই দুয়ো কন্যাক বাপেক দিহিঙ্গীয়া ৰাজা আপুনি কুঞৰি পাতি ৰাখিলে। আৰু সোনাৰিৰ জীয়েক কুঞৰিক ৺দেৱতা কোলা লৈ আছে। গৰগঞা ৰাজা দেখি থঙ্গ কৰি উলটি আহি বোলে, বন্দিৰ জিয়েককহে সেৱা কৰিব লাগিল। মঞি কি ৰাজা নাম ললো। এই বুলি অসন্তোস কৰি বোলে গৌৰ কমতেশ্বৰৰ দুই কন্যা জিনি আনিলো তাকো ৰাখিলে। এই বুলি দুখ কৰি বোলে পীতৃ হল কি হল; জেন খুচি মাৰিবা। তেঞৰ লগত লেহেতিয়া লিগিৰা আছিল। সী বোলে মোক আজ্ঞা কৰেহতে, খুচি মাৰিব পাৰো। পাছে ৰাজা বোলে পাৰ জে উপায়কৈ মাৰ। পাছে সি স্ত্ৰীৰ বেৰ ধৰি খাৰচাইৰ লগত ৰাতৃ সোমাই চুঙ্গতে জাঠি ভৰাই নি দিহিঙ্গিয়া ৰজাক খুচি মাৰিলে। সেই কথা গৰগঞা ৰজা সুনি বোলে মই অসন্তোৰতে বুলিলোঁ। সি মাৰিব পায় নিকি?

সক ১৪৬৫, এই সকত গড়গঞা ৰাজা হই বোলে সে হতিয়াৰ

মন নাপাই। এই বুলি ইয়াকো আনো, লেহেত্তিয়া বিচাৰি ধৰি আনি কাটিলে। পাচে গড় গঞা ৰাজাৰ সহিতে সাতো ভায়েকৰ বিবাদ লাগিল। চৌচাম কোঞৰ, চৌসাল কোঞৰ, চৌচাই কোঞৰ, আৰু জর্ল্লা কোঞৰ আৰু দুই কোঞৰ সহিতে সদিয়াক গল। তৈতে ৰূপ সন্দিকৈয়ে বন্দি কৰিলে। তৈৰ পৰা ধৰি আনি জর্ল্লা কোঞৰক মাৰিলে। টিলৌ কোঞৰক আদি কৰি সবাকে চাৰিঙ্গত পাতিলে। পাছে চয় কোঞৰৰ দ্ৰোহ পাই সবাকো মাৰিলে। সক ১৪৮২। আত পাছে গৰগঞা ৰজা হুই থাকিল। ইয়াকে বাপেতিয়া যুদ্ধ বুলি কয়।

বাপেতীয়া যুধ।

শ্ৰীশ্ৰীস্বর্গদেৱতা খোৰা ৰজা সলগুৰিৰ পৰা আহি গড়গাঞঁত নৰিয়া পড়িল। গা বিধানৰ হেন জানি ৰেউতি গাঞঁৰ লাই হামৰ বাৰিৰ পৰা লাঙি গোহাঞিক আনি গোহাঞি বোৰেবে হাদিৰাই ৰজা পাতিবলৈ বুলি গল। পাছে খোৰাৰজা মুখত ব্যাধি হৈ খাব নোৱাৰি ১৫২৪ সকৰ ফাগুনৰ ৭ দিন যাওতে বৃহস্পতি বাৰে গধুলি বেলা স্বর্গি হল। পাছে তনখাম বড় গোহাঞি চাউপেত বুঢ়া গোহাঞি, কনজাং বড়পাত্ৰ, বড় গোহাঞি ফৈদিয়া লেচাম ফুকন এইবোৰ প্ৰমুক্ষে সকলোয়ে মহাৰাজাৰ আজ্ঞা মানি লাঙ্গি গোহাঞিক ৰজা পাতি সেৱা কৰি ললে। পাছে লাঙ্গি গোহাঞি ৰজা হৈ বোলে মোৰ গাত যে দেও আছে, এই দেও গাত আছিলে মঞি ৰাজ কার্য্যকাম কি কৈ কৰিম। এই বুলি ৰজা সেৱাই ব্ৰাহ্মণ নট বিয়াহ বাদ্য ভণ্ড মহাদেৱলৈ উচর্গি দি আপোনাৰ গাৰ পৰা এড়ুয়াই নৈ কাখৰৰ দেৱ ঘৰত থাপিলে; সেই বেলাৰ পৰাহে ব্ৰাহ্মণ সেৱাইত হল। খোৰা ৰাজাদেৱৰ দিনত আহোম নেমেহে পূজা কৰিচিলে। সেই সময়ৰ পৰাহে মহেশ্বৰৰ ঘৰনাম হল।

খোড়া ৰজাৰ মৃত্যু।

লাঙ্গি গোহাঞি ৰজা।

আৰু পূৰ্ব্বে ৰজাদেৱে ৰেউতি গাঞৰ থাকোতে, জিবোৰৰ পৰা অপকাৰ পাইচে, সেইবোৰক মাৰিলে কাটিলে। হেঙ্গদান হাতিমুৰ পূৰ্ব্বৰে পৰা এখন ৰেউতিগঞা আহোমতে আছিল। পাচে আহোমৰে পৰা গুচাই ইয়োখন হেঙ্গদান হাতিমুৰ ও বড় গোহাঞি কৈফিয়াক দিলে। আৰু ৰজা জাৰ পৰা উপকাৰ পাইচিলে তাক ভাল কৰিলে। ৰজাদেও কোঞঁৰালি কালত জাৰ পৰা অপকাৰ পাইচিলে, সেইবোৰক কাটিলে মাৰিলে আৰু ৰেউতি গাঞঁৰ পৰা আহি নাৰাই চোমদাৰৰ পুখুৰিত বৰসি বাইচিলে। সেই বেলা সোনাৰি ঝি কুঞৰিৰ ভায়েক ককায়েকে ৰজাদেৱক সপিলে। সেইকথা মনত আছিলে। আৰু পূৰ্ব্বত সোনাৰি ঝি ৰজাক এটা অপবাদ দি ৰজাত লগাই হে ৰেউতি গাঞলৈ খেদোয়ালে।

ইয়ো কথা মনত আছিল। সেই খঙ্গতে সোনাৰি ঝি কুঞৰিক ৰজাদেৱৰ লগত মাৰি দিলে। তেওঁৰ বৈবঙ্গহক কতো কাটিলে, কতোক মাৰিলে। ১৫২৬ সকৰ ফাগুনত পৰ্ব্বতলৈ গৈ আলিয়ো বন্ধালে, পুখুৰিও খনালে, আঙ্গাৰাত ৰজাদেৱৰ বাহৰো সাজিলে। ১৫২৭ সকৰ মাঘৰ ১৪ দিন জাওতে ঘৰ ললে। পাছে সেই সকতে তাউকাকত ৰাজ্যো পাতিলে, নগৰো পাতিলে, পুখুৰিও খনালে।

আৰু খোৰা ৰজাদেৱৰ দিনত জি সময়ত বেহেকৰা চিলাৰাই আহি আমাৰ ৰাজ্য মাৰিলেহি সেইবেলা তামোল নোখোৱা গোহাঞি প্ৰমুক্ষে ডাঙ্গৰিয়াৰ ভাইপো জিবোৰক ভল দিলে, সিবোৰৰ লগত আনো মানুহ বিস্তৰ দিলে, আৰু যুগি তাতিয়ো বিস্তৰ দিলে। পাছে আমাৰ ৰাজ্য মাৰি জাওঁতে, কচাৰি, ত্ৰিপুৰা এই তিনিখন ৰাজ মাৰিবৰ দেখি ভয়ত থাকি খৰামিৰ ৰজা আপুনি মিলিলহি। পাছে চিলাৰায়ে সন্তোষ হৈ খৰামিক বুলিলে, বোলে ইহতক মাৰিবৰ দেখি জে তই

চিলাৰাই।

আপুনি ৰখিলিহি তোক কি লাগে খোজ মঞি দিবো। ধৰামি ৰজায়ে বোলে মহাৰাজা মোক আন কিছো নালাগে মোক ৰূপৰ মোহৰ মাৰিবলৈ এক লেটেকা সাল দিলে ; পাছে চিল্লাৰায়ে বোলে ৰূপৰ মোহৰ আমাৰ বংশৰ নামে মাৰিবি। তাৰ পৰা গৈ গৌড় পাৎসাক সমুখে খেদি গৈ যুদ্ধ ধৰিলে। পাছে গৌড় পাৎসাও জুদ্ধত জিনি চিল্লাৰাইক ধৰি বন্দি খানা কৰিলে।

চিল্লাৰায়ো বন্দিখানাৰ পৰা এক লিখা দি এটি মানুহ পঠাই নৰনাৰানৰ ঠাইক কহি পঠালে। বোলে পূৰ্ব্বেয়ো আমি স্বৰ্গ মহাৰাজাৰ থাপিত। তথাপি মঞি পীতৃৰ আজ্ঞাৰে মহাৰাজা ৰাজ্য মাৰিলোঁ। আন দেশ সকলকো মাৰিছোঁ। এখন জে মঞি আহি বন্দিখানাত পৰিলোহি, এই সময়ত যদি আচম ৰাজা লোকজন আহি আমাৰ দেশ কামৰূপ মাৰেহি পাছে কি কৰা যাব। এতেকে সেই মহাৰাজাৰ ঠাইক ভাল মানুহ পঠাই প্ৰিতিক দৰ্শাই এক কন্যাক জাছি পঠাওক।

নৰনাৰায়ণে নিয়া মন্ত্ৰিহৰ মুক্তি।

আৰু আমি জি লোকজন ওল আনিছোঁ, ইয়াকো প্ৰিতিক দৰ্শাই মিত্ৰভাৱে এড়ি দি পঠাওক। পাছে এনেতে এখেতো খোৰাৰজা দেওঁ স্বৰ্গি হল ; বুঢ়াৰজা ৰাজা হল। ততো নৰনাৰানে, চিল্লাৰাইৰ এই কথা শুনি বোলে যদি মঞি এতিয়া কন্যা জাছি লোকজন এড়িদিম, এই কথা স্বৰ্গ মহাৰাজা স্তুনি বুলিব মোৰ ভয়ত থাকিহে, কন্যা জাছি লোকজন এড়ি দিলে। এতেকে তেও মঞি এক ফন্দ কৰি চাঞোঁ এই বুলি নৰনাৰানে, আকচু গোহাঞিক অনাই, তেও সহিতে পাসাঢাল পাতি, তেঞেঁ সহিতে বোলে জদি মোক কুৰি ঢাল পাশত জিনিব পাৰ, তোৰ দেশলৈ লোক জন সহিতে মঞি এড়ি দিম। এই-বুলি পাশ খেদিলত ১৯ ঢাল পাশ আকচু গোহাঞে জিনিলে। এক ঢাল পাশ একে জোৰ দহতে লাগি আছিল। পাচে নৰনাৰানে বোলে জদি এই জোৰ দহ মাৰিব পাৰ সত্য কৰি বুলিলো তোৰ দেশৰ লোকজন জি আনিছো, তাকো এড়ি দিম ভাত খাঞেও মোৰ

দেশৰ লোকজন জি জাব খোজে, তাক মঞি নেৰাখি এড়ি দিম। এই বুলিলত আকচু গোহাঞে বিমুখে ঢালি একে জোৰ দম মাৰি পাস জিনিলে। পাছে নৰনাৰানেও আকচু গোহাঞিক বটাবাহন দি জয়সিংহ কাৰ্য্যিক লগত দি এক কন্যাৰ কাৰণ কহি পঠালে। আৰু আমাৰ লোকজন যি নিছিল তাকো এড়ি দিলে। তাতি জুগি জি নিছিল তাকে মাত্র বড়নগৰত পাতি ৰাখিলে। তাৰ দেশৰ লোকজন যি আহিল, তাকো সেই লগতে এড়ি দিলে।

ইহত পালত হি পাছে মহাৰাজায়ো লাঙ্গৰাই পাৰত থৈছিল। পূৰ্ব্বেও আমাৰ দেশৰ জি মানুহ গৈচিল তাৰে পৰা বাচি বাচি ভাগে ভাগে নিলে। সি দেশৰ পৰা অহা বহু বিৰ্ত্তিয়াল মানুহ তাকো খেলে খেলে নিয়ম কৈ পাতিলে; এই নিমিত্তে এতিয়াও সেইবোৰক ভটিয়া সোনাৰি, ভটিয়া কমাৰ বোলে। ভাটিৰ পৰা মানুহ আনি থৈচিলে জাতো তাতেহে সেই খনিক ভটিয়া পাৰ বোলে। পাচে আকচু গোহাঞিক নি সি দেশৰ কথাবাৰ্ত্তা মহাৰাজা ৰঙ্গকৰি সুধিচিলে, আকচু গোহাঞো সি দেশৰ ধাৰনে কথাবাৰ্ত্তা সকলে কলে। আৰু মৃন্ময় মূৰ্ত্তি দুৰ্গোৎসৱ কৰিবৰ প্ৰধান কৰি কলত; পাছে মহাৰাজা বোলে, সি দেশত জে কৰিব পাৰে, আমি জানো কৰিব নোৱাৰো। এই কথা মনত আচিল।

দুৰ্গা মুৰ্ত্তিৰ চলন।

পাছে গজাসিংহ কাৰ্য্যিক তুলিলে! বেহেৰুৱা ৰাজাৰ কুসলা কুসলি সুধি, বোলে তোক নৰনাৰান ৰাজা কেমনে পঠাইছে। কাৰ্য্যি বোলে নৰনাৰান ৰাজায়ে মহাৰাজাৰ ঠাই লৈ এইখন কহিব দিছে; বোলে মহাৰাজাৰ আমাৰে পূৰ্ব্বাপৰলৈ পৃতি গোট বৃদ্ধি হবৰ অৰ্থে এক কন্যা দিবলৈ ইচ্ছা কৰিছোঁ। আৰু তেওঁৰ ঠাইৰ লোকজন যি আনিচিলোঁ প্ৰিতি হবৰ নিমিত্তে তাকো এড়ি দি পঠাইচো নৰ-নাৰান ৰাজা মোহকৈ এই খানি কৈছে পাছে মহাৰাজা সুনি ভাল বুলি কতো দিন থাকি তাক তুলি বটা বাহন দি আমাৰ আহোম কটকি লগত দি এই খনি বুলিলে, বোলে তঞি নৰনাৰান ৰাজাত

এই খান কৰি, ৰাজা প্ৰীতিক বাঞ্চা কৰি জদি কন্যা দিম বুলিছে, ভাল ; তেওঁে যদি প্ৰীতিক বাঞ্চা কৰি কন্যা দিব মঞো আনিম। এই বুলি সিহতক বিদায় দিলে আৰু মৃণ্ময় মূৰ্ত্তি সাজিবৰ নিমিত্তে মৰঙ্গিয়াল খনিকৰক লগত দি বিদায় দি পঠালে। পাছে সিহত গলত, নৰনাৰান ৰাজা সিহতক তুলি মহাৰাজাৰ কুশলা কুশলি বাৰ্ত্তা সুধি, কতদিন থাকি আমাৰ আহোম কটকিৰ লগত সিহতৰ পাতালসিংহ, গজসিংহ কাৰ্য্যিক লগত দি পঠাই দিলে। দুই কাৰ্য্যি সহিতে সিহতো আহি সিহতো গৰগাঞঁ পালতহি।

মহাৰাজাদেৱেও আহোম কটকি নি কথাবাৰ্ত্তা সুধিলে, বোলে তোহতৰ লগত বেহাৰৰ বা কোন কটকি আহিছে। সিহতৰ নাও পাহৰি বোলে গৰুৰ জে এটা সিঙ উপৰলৈ জাই, এটা সিং তললৈ জাই তাকে কি গৰু বোলে। পাচে বোলে তাকে পাতাল সিঙিয়া গৰু বোলে ; আহোম কটকিয়ে বোলে পাতাল সিঙিয়া কটকিক পঠাইছে, বুলি কলত পাছে মহাৰাজা অসন্তোষ কৰি বোলে আন দিন পৰদেশলৈ আহম কটকি পঠাবলৈ ভাল নহয়। ইজে মোতে ইমান কথাকে ভালকৈ কব নোৱাৰিলে। লোকতনো কি কৈ কব।

বামুণ কুটকিৰ গুৰি।

এই বুলি ব্ৰাহ্মণ কটকি লবলৈ বিচাৰি আনি পূজা ঘৰৰ ললে ; কলিয়া কটকি ১ ঘৰ, ধৰাধৰ ১ ঘৰ, চণ্ডিবৰ ১ ঘৰ, বড় গোহাঞি বিলাতৰ নাবান পুৰৰ থাকৰি ১ ঘৰ, মহাদেৱ ঘৰিয়া আকাহু ১ ঘৰ, বড় পাত্ৰৰ বান ফঙ্গিয়া বস্ত্ৰ কন্দলি ১ ঘৰ। আত বাৰে বড়গুৰু ১ ঘৰ, সাগৰ কন্দলি ১ ঘৰ, বড় কন্দলি ১ ঘৰ। চোট কন্দলি ১ ঘৰ। সিত্তলিয়াল ১ ঘৰ। বিৰিণা ১ ঘৰ। মাধ কন্দলি ১ ঘৰ। এই ১৪ ঘৰক বিচাৰি কটকি ললে, তাৰ পৰাহে ব্ৰাহ্মণ কটকি হল। পাছে বেহেৰুয়াৰ পাতাল সিংহকো তুলি কথাবাৰ্ত্তা হৈ বটাবাহন দি আমাৰ বস্ত্ৰ কন্দলিক লগত দি বিদাই দি পঠালে। তাৰে পৰাহে বেহাৰলৈ কটকি গতাগত কৰিছিলে। পাছে সেই

সময়ত আমাৰ মৰঙ্গিয়াল খনিকৰ, মৃন্ময় মূৰ্ত্তি সাজিবৰ সিকিবলৈ, জোৱা আহি পালেহি ; তাৰ পৰাহে দেৱীঘৰৰ মৃন্ময় মূৰ্ত্তিত পূজা চলিল।

আৰু পূৰ্ব্বত গৌৰ পাৎসাএ জেতিয়া চিল্লাৰাক বন্দি কৰি থৈছিলে সেই সময়ত একদিনা পাৎসাৰ বেগমক সৰ্পে খালে ; তাৰ দেশৰ বেজে চাব নোৱাৰিলে ; পাচে চিলাৰায়ে সন্দেহুয়া মন্ত্ৰেৰে চালে। পাচে পাৎসাএ এই আপাহ পাই চিলাৰায়ক বটা বাহন দি পুত্ৰ বোধে আপোনাৰ দেশলৈ পঠাই দিলে। পাচে চিলাৰায়ো আহি কতো দিন থাকি তাৰ দেশতে মৃত্যু হল। তাৰ পুত্ৰ ৰঘুদেৱ, ঘিলাবিজয় পুৰত ৰজা হলহি। কতো দিন থাকি ততো নৰনাৰানো মৃত্যু হল, এনেতে তান পুত্ৰ লক্ষিমনাৰানো ৰজা হল। ৰঘুদেৱে বোলে, এফাল হল লক্ষিমনাৰান, মধ্যত হলো মঞি, যদি মহাৰাজালৈ লক্ষিমনাৰানে কন্যাদি যদি মিত্ৰ হল, মধ্যত মঞি কি কৰি ৰহিম। এই বুলি আপোনাৰ কাৰ্য্যি সকলৰে এক লিখা দি পাতালসিংহ কটকিক পঠাই মঞি একটা কন্যা দিম বুলি পঠালে।

গৌড়ত চিলাৰাই বন্দী।

পাচে মহাৰাজাও শুনি লক্ষিমনাৰানৰ ঠাইক কটকি পঠাই ৰঘুদেৱৰ ঠাই, কটকি গতাগত কৰাই ৰঘুদেৱৰ ঝি মঙ্গল দৈ কুঞৰিক আনিলে পাচে কত দিন থাকি ৰঘুদেৱ মৰিল। পৰিক্ষিত নাৰান ৰাজা হল। পাচে কতদিন থাকি পৰিক্ষিত নাৰানে ভায়েক ইন্দ্ৰ নাৰানক মাৰিলত তাৰ ভায়েক মানসিংহ গোহাঞি সেই ভয়তে থাকি কিছুমান মানুহেৰে পলাই আহি বুঢ়াৰজা দেৱত সৰনাগত হলহি। ৰাজাৰ গোষ্ঠী হেন জানি দাতিয়াল ৰাজা বোৰৰ নিয়মে তাৰ মানুহ দুনুহ সহিতে নামৰূপত ৰাজাহেন নাম দি থলে নি। তাত পাছে ৰেউতি গাঞোঁত খাত পাতি জইখামডাঙ্গ নাম দিলে। সেইবেলা ৰাজাও তিনিজনা গোহাঞিৰ বৈৰঙ্গহক চপাই আনি লুখলু খানৰ খেল পাতি

মঙ্গলদৈ কুঞৰী।

কোচ ৰজাৰ গোষ্ঠী।

আটাইকে বড়জনা গোহাঞিক লুখলু খানৰ বড়ুয়া পাতি হোলোঙ্গ ৰখিয়া দিলে। তাত পাচে পৰিক্ষিত নাবানেও মাল গোহাঞি ভাগি আহিবৰ শুনি, মহাৰাজাৰ ঠাইলৈ ভাগি সোমালত মহাৰাজালৈ খুজি পঠালে ; মহাৰাজাও সৰনাগত বুলি এড়ি নিদিলে।

তাত পাচে চুটিয়া, কচাৰি, চপাই আনি জাতি অনুৰূপে, ভাগে ভাগে ঠায়ে ঠায়ে পাতিলে। তাত পাচে চৈয়নাত গড় বান্ধিলে ; সেই বেলা দিচাঙ্গ খাগুতে হাতি ধৰিলে। দোপগড়ত গড় বান্ধিলা, চোয়া তলৰ গড় বান্ধিলে, মেচা গড়ো চোঙ্গালে। দলৌ গুৰিতো বাহৰ কৰিলে। তাত পাচে বঙ্গালে পৰিক্ষিতক ধৰি নিলে। সেই বেলা ৰজাৰ হোলোঙ্গত ৰখিয়া মানুহ এটা উঠিবৰ শুনি আৰু বড়ঢাকত কোবাবৰ শুই আৰু হোলোঙ্গত নাকৰ খেৰগচিয়া চৰাই বাহ বান্ধিবৰ শুই এই দায় ধৰি, তিনজনা গোহাঞিৰ ভাইপোক খঙ্গকৈ জয়খামডাঙ্গ খাতৰ হাফলু খহাব দিলে, লগত কুকুৰা চোৱাদি।

কুকুৰা চোয়ায়ে সপিলত সকলোএ ধৰি কুকুৰা চোয়াক কিলালে। পাছে সি গৈ কিলাবৰ কথা ৰজাত কলে ; মহাৰাজাও দায় ধৰি বোলে মোৰ জে কুকুৰা চোয়াক কিলালে মঞি এনে ক্ষেত্রি মানুহকহে বিচাৰো। এই বুলি খংকৈ বড় গোহাঞিৰে বড়পাত্ৰৰে বঙ্গহক কাজলি চকিত থাকিব দিলেগৈ। বুড়াগোহাঞিৰ বঙ্গহক জাগিৰ চকিত থাকিব দিলেগৈ। পাছে সিবোৰেও মহাৰাজাৰ আজ্ঞাৰে সেইৰূপে আছিল গৈ পাছে মহাৰাজাও চেটিয়া পাতৰৰ বঙ্গহক বিচাৰি নিয়মকৈ, খেল বন্ধিয়াকৈ সিবোৰৰ সলান হোলোঙ্গ ৰখিয়াকৈ দিলে।

কাজলি আৰু জাগিৰ চকি।

তাঁত পাচে বঙ্গাল আহি হাজোত থানা দি ৰহিল হি। সেইবেলা নবাব চৈয়দ বাবাকৰ। ১৫৩৫ শকৰ ফাগুন মাহত মহাৰাজাৰ আজ্ঞাৰে ; লাকু বড় পাতৰক, ভণ্ডাৰি গোহাঞিকে দিহা দকয়াত সলাৰ পোনে পচিমাল ভকলাক জুঞ্চি-বলৈ পঠালে। সিবোৰো গৈ দিহাদকয়াত ৰহিলগৈ। পাছে তাৰ

চৈয়দ বাবাকৰ।

পৰা ডফলাক ধৰিবলৈ যাওঁতে বাটত ডফলায়ে দগা দি বিস্তৰ মানুহ কাটিলে ; সখিয়াল বাৰে চিৰীঙ্গ পড়িল। পাছে বড় পাত্ৰকে, ভণ্ডাৰি গোহাঞিকে হুহকি আহিব দিলে। ১৫৩৬ সকৰ জেঠত আহিৰ্বেগকে, চুলতান দেৱানকে, কামৰূপত থৈ, পৰিক্ষিত মকৰমথাঁয়ে ধৰি নিলে দিল্লিলৈ।

সেই বেলা জয়ন্তাৰ ধনমানিক ৰাএ, ডিমৰুৱাৰ প্ৰভাকৰক ধৰিন্নি বন্দি কৰি থলেনি ; সেইবেলা কচাৰিৰ জসনাৰান ৰাজায়ে জয়ন্তাৰ ধনমানিক ৰজালৈ ডিমৰুয়াৰ প্ৰভাকৰক খুজি পঠালে। বোলে মোৰ হাৰামখোৰ ডিমৰুয়া তাক দি পঠাওক। জয়ন্তাৰ ধনমানিক ৰাজাএ বোলে বীস্তৰ দিন মোৰ গাতি মাটি খাই আছে ; এখন মোৰ কৰকাতল পাব লাগে। মঞি দিব নোৱাৰো। এই কথা কছাৰি ৰাজা স্তুনি খং কৰি জয়ন্তাৰে জুদ্ধ কৰি, জয়ন্তিপুৰ মাৰিলে। ডেবেৰায় এক দিকিয়া, মোয়ামেৰিয়া ভকতৰে আলচি ৰামধ্বজ সিংহ ৰজাত গোচৰ দিলে বোলে ; "গুচাই চাৰিঙ্গিয়া ৰজাক ৰজাপাতিব খুজিছে বুলি মিচা সাখি দি বাৰুকিয়া বড় গোহাঞিক ঘৰতে মাৰিলে। এই জনাৰ দিনৰ পৰাহে ওঁলাতে, সোমাতে দবনি কোবাবৰ নিবন্ধ হল।

কছাৰিয়ে জয়ন্তা মাৰে।

মহাৰাজাৰ নামৰ লেখা ঃ—চুকাফাৰ ১, ভোগ ৪৪ ; তেঞোঁৰ পুত্ৰ চুতোফা ৰাজা হল ১, ভোগ ৩২ বৎসৰ ; তেঞোঁৰ পুত্ৰ চুবিনফা ৰজা হল। ভোগ ৩৮ বৎসৰ ১ ; অৰাজ্য ৫ বৎসৰ আচিল। তাৰ পাছত চুতেয়াহ ৰজা হল, ভোগ ১৩ বৎসৰ ১ ; চাউকামথেৰ ভোগ ১০ বৎসৰ ১ ; তিনি বৎসৰ অৰাজ্য। পাচত চাউচং ৰজা হল, ভোগ ১০ বৎসৰ ১ ; তেঞোৰ পুত্ৰ চুজাং ৰাজা হল, ভোগ ৬ বৎসৰ ১ ; চুফঙ্গৰ ভোগ ১৮ বৎসৰ ১, চুচেনৰ ভোগ ২৭ বৎসৰ ১ ; তেওৰ পুত্ৰ চুহানফা, ভোগ ৬ বৎসৰ ১ ; তেঞোৰ পুত্ৰ চুপ্লিঙ্গৰ ভোগ ৪ বৎসৰ ১ ; চুকঙ্গ ৰাজা ১, ভোগ ৪৮ ; তেঞোঁৰ পুত্ৰ গৰগঞা ১, ভোগ ১৩ ; খোৰা ১, ভোগ ৫৮ ;

ৰাজাৰ নাম।

বুৰা ১, ভোগ ৫৪ ; ভগা ১, ভোগ ৩ ; মৰিয়া ১, ভোগ ৪ ; জয়ধ্বজ ১, ভোগ ১৫ ; চক্ৰধ্বজ ১, ভোগ ৬ ; উদয়াদিত্য ১, ভোগ ৪ ; ৰাম-ধ্বজ ১, ভোগ ১ ।

ডেবেৰায়ে পতা চামগুৰিয়া ১, ভোগ ৩ পক্ষ ১০ দিন। ভুং খঙ্গিয়া ১, ভোগ ২০ দিন ; দিহিঙ্গিয়া ১, ভোগ ১ ; পৰ্ব্বতীয়া ১, ভোগ ৩ ; চামগুৰিয়া লৰা ১, ভোগ ২ ; গদাধৰ সিংহ ১, ভোগ ১৪ ; ৰুদ্ৰসিংহ ১, ভোগ ১৯ ; শিবসিংহ ১, ভোগ ৩০ ; প্ৰমত্ত সিংহ ১, ভোগ ৭ ।

---

বড় গোহাঞিৰ লেখা ঃ—

কানগঁন ১, কিংলুঙ্গ ১, মাঙ্গৰাই ১, কানখ্ৰুমুং ১, খুনতান ১, খুনতং ১, তেওঁখুন ১, খুনতাই ১, ফ্ৰাচু'মুন ১, কিলিংখাম ১, তনখাম ১, জয়মুল ১, বেকা ১, খামচিন ১, খামপ্ৰেত ১, সৰুবুঢ়া ১, ঠান্নুৰা ১, পিলিঙ্গা ১, চপৰা খোৱা ১, বাৰুকিয়া ১, চেঙ্গমুন ১, গুঞ্জিমেলা ১, সেন ১, মাদুৰিয়াল বুঢ়া বড় গোহাঞি ১, পুতেক মোলান ১, পাচত কালুগঁয়া ১, মিৰি সন্দিকৈৰ বঙ্গস্ সৰু-দেও ১, খামচেঙ্গ বড় গোহাঞি ১ ।

বড় গোহাঞি।

---

বুঢ়া গোহাঞিৰ লেখা ঃ—

ফুলুংখাম ১, খামপেঙ্গ ১, লাইকুলা ১, চেংমুন ১, চাউচা ১, ঙংৰাই ১, চয়াই খেক ১, লাঙিচুপুৰা ১, চাউপেত ১, থকৰক ১, স্থকুলা হুদু ১, সৰিয়হ ১, হাতিপোৱালি ১, কুয়েগঞা ১, বাঁহগড়িয়া ১, দিলিহাল দিঘলা ১ ; মৌউ ১, লংকু-কিয়া দৰব ধৰা ১, ফুকন বুঢ়া গোহাঞি ১, দিলিহাল আকুয়া ১, বায় লুঙ্গিয়া ১, পুতেক ১, মাউতৰ পৰা চেংমুন ১ ।

বুঢ়া গোহাঞি।

---

বড় পাত্ৰৰ লেখা ঃ—

বড়পাত্ৰ গোহাঞি।

কনচেঙ্গ ১, পুতেক কনজাং ১, বলিয়া ১, ওলজোয়া ১, নাতিএক লাইক১, চেৰেলিয়া ১, ভগা ১, লেচেঙ্গিয়া ১, মৰান পাতৰ ১, হাড়িচং পাতৰ ১, চপাবড়পাতৰ ১, টৈমা ১, লাচাম ১, আচুক ১, লইকং ১, তেঞোৰ পুতেক ১, কালুগঞা ১।

---

বড়বড়ুয়াৰ লেখা ঃ—

বৰবৰুৱা।

হাচুক ১, লাইমান ১, লেফেৰা ১, বন ১, মমাইতামুলি ১, মৰান বড়পাতৰৰ পুতেক ১, হাতিপোয়ালি ১, বুড়া ঘোৰা কোঞৰ ১, টংচু সন্দিকৈ ১, চেঙ্গধৰা ১, ডেকা ঘোড়া কোঞঁৰ ১, পেলন ফুকন ১, ডেবেৰা ১, কিৰকিৰিয়া ১, মেচা ১, চক্ৰপানি ১, মৰঙ্গি ১, পানিদিহিঙ্গিয়া ১, লাহন ১, ডেকা বড়ুয়া ১, পাতৰ ১, সন্দিকৈ বৰাগি ১, দদায়েক বুঢ়াবড়বড়ুয়া ১, বকতিয়াল চোলাধৰা ১, পুতেক গেন্ধেলা ১।

---

বড় ফুকনৰ লেখা ঃ—

বৰ ফুকন।

লাঙি ১৪, নেওগ ২, লানমখৰু ৮, সৰু চখুয়া বড়গোহাঞি ১, মমাই তামুলি ১৫, পিকচাই ১, ৰজা সহুৰ ৭, ঘোড়া কোঞৰ ২, বাৰুকিয়া বড়গোহাঞি ১, গেন্ধেলা ডেকা ৪ মাহ, ঘোড়াকোঁৱৰ ১, লাচিত ৭, সোলা ৮, ভাতধৰা ১, বন্দৰ ৬, সন্দিকৈ ১৪, বড়দুৱৰা ৫, দিহিঙ্গিয়া বড় বড়ুয়া ১, পাতৰ ১১ বৎসৰ ৬ মাহ, সৰুদুৱৰা ১২, দিহিঙ্গিয়া ডেবেৰা ৯, ডেকা দুৱৰা ১।

---

বলিনাৰান ১, মহিন্দ্ৰনাৰান ১, চন্দ্ৰনাৰান ১, সূৰ্য্য নাৰান আঢ়ৈ বৎসৰত ৰজা হল। সাত বৎসৰ হলত মজু খাঁএ ধৰি নিলে। ভায়েক ইন্দ্ৰনাৰান ১, পাত্ৰ ফুকনৰ দিনত বামুনিয়া খাঁৰ ঠাইলৈ জয় কটকি, বিবিনা কটকি যাঞ্ছতে লগত সূৰ্য্য নাৰান আহিল; ইন্দ্ৰনাৰান বলিয়া হলত পুতেক আদিত্য নাৰান ১, আদিত্য নাৰানক ভাঙ্গি মোদ নাৰান ১, ৰাজ্য ফালি দুয়ো ভায়েক ৰজা হল। আদিত্য নাৰান মৰিলত ভায়েক ভায়েক ধ্বজ নাৰান ৰজা হল। ধ্বজ নাৰানক গুচাই মোদ নাৰান গোটাকৈ ৰাজা হল ১।

দৰঙ্গী ৰজা।

---

# সপ্তম অধ্যায়।

## বুঢ়া ৰজা।

উপৰ বুঢ়াৰজা ৺তা। পাইকৰ ঘৰ মুৰি দোপোয়া এ-পোয়াকৈ খাটে, চাৰি চয় পোয়াও ঘৰতে থাকে। এনে দেখি লুইতৰ পুঠিখাতিৰ, সুকান সুতিৰ মুখত, পাইক মানুহ দুনুহটো তাতে এঠাই হুই থাকিব দিলে। পাচে ৺তা গৈ সেই ঠাইতে আগতে থাকি মানুহ আপুনি লেখিব ধৰিলে। এক দুইকৈ লেখি একুৰি হলে তাৰে মাজৰ অটা আনি বড়া পাতে। একস হলে তাৰ ঘৰতে চাৰিপোৱা থকা অটাক বাচি আনি সইকিয়া পাতে। হাজাৰ হলে তাৰে ভাল চহকি বিচাৰি চাই অটাক আনি হাজৰিকিয়া পাতে। এইৰূপে মানুহ চাৰি পোৱাই গোট পাইক কৰিলে। তাৰে পৰাহে মানুহৰ পিয়ল হল।

মানুহ পিয়ল।

বুঢ়া ৰজা ৺তা, মোমাই তামুলি বড়বৰুয়াক দখিনে জাহি-নাব যুধলৈ সৰদাৰ পাতি পঠালে। উত্তৰে পিকচাই বড় ফুকন সৰদাৰ হল। ইবোৰে খেদিলত জাহিনা ভটিয়াই গল। আলিআৰ খাঁৰে প্ৰিতি হলত, ১২ বৎসৰ ৰকয়া কাজলিত আছিল মানে সেই সময়ত গৰ গাঞত বড়ুয়াৰ ভাগৰ মানুহ নেওগে চলাইছিল। বড় ফুকনৰ ভাগৰ মানুহ বড়ুয়াৰ লগত আছিল। পিকচাই বড় ফুকন বেলেগ মানুহেৰে আছিল। তাৰে পৰা উত্তৰে দখিনে দুখান দপদৰ হল। মোমাই তামুলি বড়ুয়া গুলত পাচে এই মানুহ বড় ফুকনে ললে। উত্তৰে পিকচাইৰ ভাগৰ মানুহতে বঢ়াকৈ ফুকন অটা পাতি থলে। তাৰে পৰা চয় ফুকন হল। পাচে সেই জনাকে বঢ়া দেখি কলিয়া বৰত নি ফুকন পাতি থলে। আত পাচে মোমাই তামুলিএ মাটি পাতিলে। বুঢ়া ৰজা ৺তাৰ দিনৰ পৰা পাইকৰো মাটিৰো পিয়ল হল।

মাটিৰ পিয়ল।

চাৰিপানিসিয়া কলিয়া বৰত আছে। সেঁাদৰ গোহাঞি কচাৰি ৰণত পড়িলত দেৱতায় বোলে গোহাঞিৰ ঘৰিণিক চাঙ্গলৈ আনিবৰ কথা, আখে, কেকেৰা দুই সন্তেদ নকলে গোহাঞি কিৰুপে জানিব। এই কথা দুই ভায়কে স্থনি বোলে ভঁড়াৰি গোহাইৰে নপড়ে। এই কথাতে থাকি দুয়ো ভায়েক ভয় হুই পৰিক্ষিত নাৰানৰ ঠাই পলাই সোমালহি। আত পাচে পৰিক্ষিতৰে, লক্ষি নাৰানৰে দুইৰ বিৰুদ্ধৰ নিমিত্তে স্বৰ্গ মহাৰাজাৰে পৰিক্ষিতে পৃতি কৰি আছিল। লক্ষিনাৰানে গৈ চাজাহাঁ পাচ্চাত পৰিক্ষিতক গোচৰ দিলত মকৰম খাঁক ধৰি নিবলৈ পাচি দিলে। এই কথা পৰিক্ষিতে স্থনি স্বৰ্গ মহাৰাজালৈ মানুহ পঠাই জনালে, বোলে লোক জন দি আমাৰ লগত ভৰণক নাই টকাকে কিছো দিয়ক। সেই সময় টকা দিব নোৱাৰি, হাট ঘাট কাট পাতিলে। পাছলৈ টকাৰ নিৰন্ধ কৰিলে। এইৰুপে স্থনি বোলে মোৰ ঠাইলৈ আহোক; দুয়ো মিলি ৰজাৰক

পৰীক্ষিত নাৰায়নে খোজা সহায়।

ধৰিম। এই কথা পৰিক্ষিতে শুনি বোলে মই পাচ্চাৰ ঠাইলৈ যাম। মোৰ বৈৰিক তেহে উচ্চাদ কৰিব পাৰো। আৰু বোলে ধৰাধৰ কটকিৰ আগত পৰিক্ষিতে বোলে আমি বঙ্গালৰ জেৰোৱা হৈ আছোঁ, এতেকে তুমি বা নাপাইছা। আমি যদি বঙ্গালৰ জেৰোৱা ভাগিলো তোমাৰ গৰগাঞ হাড়িৰ পৰা ধোবাৰ পাট তুল্য হব। এই কথা কটকিৰ মুখে সুনি ৰজাৰ মনত লাগি আছে। পৰিক্ষিত নাৰানকো মকৰম খাঁএ ধৰি নিলে। এই কথা ৰজা সুনি অসন্তোষ কৰিলে।

চৈয়দ বাবাকৰ।

চৈয়দ বাবাকৰ হাজোত নবাব হৈ ৰহিল। তাত পাছে সিঙৰিৰ পৰা বঙ্গাল ব্যাপি আছে। স্বৰ্গ মহাৰাজাৰো লোক তৈৰ পৰা সমস্তে আছে। আমাৰ চকি দখিনে খাগৰিজান, উত্তৰে ভড়ৰি তাতে সীমা হুই আছে।

বলি নাৰায়ণ।

এই মতে দুই বৎসৰ গল। সেইবেলা পৰিক্ষিত ৰাজাৰ ভাই বলি কোঞৰ বঙালৰ ভয়ত পলাই আহি স্বৰ্গ মহাৰাজাৰ পাৰত সৰনে পসিল হি। বোলে আমাৰ সবংশে গড়িয়া সাগৰত মজিলোঁ। স্বৰ্গদেৱ তুমি আমাক ৰক্ষা কৰা। মাস ১০, সক ১৫৩৬। মহাৰাজায়ে ইকথা সুনি কিচো গৰিহা কৰিলে। বোলে মই মানুহ পঠাই কব দিলোঁ। ককাই ৰাজা মোৰ ঠাইত ভাগি আহোক। মই দখিনে থাকিম, ককাই উত্তৰে থাকিব, বঙালক মাৰিম। ককাই বুলিলে দেৱ কুটুম্বত কৰি মই কেছা কাম নকৰোঁ, পকা কাম হে কৰোঁ এখন মই পাৎসাৰ ঠাইক হে জাম। তেৰেসে মোৰ বৈৰিক উচ্চাদ কৰিব পাৰিম। এতিয়া সকলে কাৰ্য্য কাম সিদ্ধি হল। তথাপি মঞি তোমাক ৰক্ষা কৰিম আৰু বঙালকো মাৰিম। এই বুলি নিৰ্ভয় দিলে। আৰু কন্যা, গ্ৰাম, হস্তি, ঘোড়া, দাস, দাষি ৰাজ যোগ্য অলঙ্কাৰ আনো বস্ত্ৰ জাত বিস্তৰ দিলে। শক ১৫৩৬।

সেইবেলা বঙালৰ ৰত্নচা নামে এক সদাগৰে সিঙ্গৰিত আগৰ কাঠ কিনি আছে। মহাৰাজাৰ আজ্ঞায়ে তাক তৈৰ পৰা হাবুং চেটিয়ায়ে খেদি পঠালে, আৰু কাঠকো কাঢ়ি ললে।

ৰতনচা মুদৈ।

বোলে কোচ ৰজাক মাৰি আস পালি, সেইমতে আমাকো চল চাহ, আৰু পালে নেৰিম। আৰু সেইবেলা মহাৰাজা চেঙ্গ ধৰাৰ দদায়েক নেওগক পাচিলে। বঙ্গালৰ বাৰ্ত্তা জানিবাক লাগি, আৰু চাৰি পানি সিয়া চকিয়াল মানুহ দুমুহটো কেনে ৰূপে আছে তাকো চাৰি আৰু বচনে বুলিলে জায়োঁতে লোহিতৰ দখিনে গৈ কাজলি মানে ফুৰিবি গৈ আৰু বঙ্গালক পালে নেড়িবি।

আহি কাজলি মুখত ভাত খালেহি। বঙালৰ চা-চকিখান একো নেদেখি লোহিত্যৰ উত্তৰ পাৰে উজাই আহিল। বেগ সিৰিৰ ভিতৰত পেটেলা নাও দুখানেৰে মাহ সৰিয়হ ধুয়াপাত কিনিছে। তাত পাছে চেঙধৰা গৈ বঙালৰ ২ খান নাও পাই তাক মাৰিলে। দোটা বঙালক পাই কাটিলে। তাক দেখি ৰতঞ্চা মুদৈ পলাই গল। নাওৰ যি বস্তু আছিল ভাবুকি, তৰাহি, দিঘল ধুয়া পাত সকলো লৈ আহিল। ৰজাকো দেখালে। কথা বাৰ্ত্তা কলে। ৰাজা বোলে বন্দি বঙ্গালে জে মোৰ মাজ গায়ঁত বেহা কিনা কৰেহি আৰু কি থাকিল কথা।

তিনি জনা ডাঙৰিয়াৰে আলচি ৰজাৰ মনেৰে ধৰিব খোজে; গোহাই বোৰে বোলে সি জে আমাৰ মানুহ দুমুহটো জোকয়া নাই আমি বাড়িলে ভাল নেকি। ৰতঞ্চা মুদৈ পলাই গৈ হাজোত চৈয়দ বাবাকৰত কলেগৈ। আসামৰ এক নেওগ আসি আমাৰ দুই আম্বিক কাটিলে সব লুড়িয়া নিলে। পাৎসাক লাগি যত আগৰ কাঠ কিনিলো, তাকো নিলে; এইৰূপে কলত চৈয়দ

শলাৰ যুধ।

বাবাকৰে সত্ৰাজিতত সুধিলে, বোলে আসামৰে পৰিক্ষিত নাৰানৰে সিমনা কোন থানত; সত্ৰাজিতে কলে বোলে ভড়ৰিয়ে সীমা। চৈয়দ বাবাকৰে বোলে

আমাৰ বৈৰত্তত বেহাকিনা কৰোতে জে আসামে আমাৰ দুই আঁদিষকো কাটিলে, নাৱকো লুৰি নিলে, সত্ৰাজিত্তক পাছিলে চেঙ্গুধৰাক, হাবুং পিকচাইক ধৰি আনগৈ। পাচে সত্ৰাজিতে তিনি কুড়ি বাচক নাও লৈ কলঙে উজাই গৈ সলা মাৰিলেগৈ। চেঙধৰা, হাবুংপিকচাই, মদনখোৱা, বনকপ, এই চাৰি পাণি-সিয়া পলাই বিশ্বনাথৰ উপৰে আটাল বৰিত উঠি ৰলগৈ। সত্ৰা-জিত সলাত তিনি দিন আছিল আৰু ৰজাৰ ভড়াঁল লুটি সত সৰ্ব্বস নিলে; দেৱঘৰৰ নটিনি দুটাকো আনিলে, ভটিয়াই আহিল। সেইকালৰ পৰা বঙ্গালৰে আসামৰে যুদ্ধ লাগিল; শক ১৬৩৪ জেঠৰ- সংক্ৰান্তিৰ দিনা। তাত পাচে বঙ্গালৰ বাৰ্ত্তাক স্বৰ্গ মহাৰাজা পাই, তিনি জনা গোহাঞেঁৰে আলচ কৰি, যত বৰুৱা, সন্দিকৈ, পাতৰ চেটিয়া সবাকে লোকজন সহিতে আজ্ঞা কৰিলে।

ডাঙ্গৰিয়া সকলে যুক্তি কৰি দিখৌ মুখত থান দি ৰলগৈ; পাচে ৰাজা দুখকৈ ৰাতি সুলে। নাকুৰি লাখামে ৰাত্রি সপন দেখালে, তোৰ সহায় হুই মই যাম বঙালকো অপ্রয়াসে জিনিব পাৰিবি; সমাজিক দেখি ৰাজা উঠি বসিল; পূজাপাল দেৱঘৰলৈ দিলে। তাত পাচে বঙ্গালেও এই কথা শুনি গুৱাহাটিক আগকৈ ৰহিল। পাচে মহাৰাজায়ো গৰগাঞৰ পৰা চিনা তলিত ৰহিল গৈ আঘোনৰ এক পথ আছোতে। পাছে ৰাজাগণ সমে তিনি জনা গোহাঞ্রি প্রমুক্ষে যত লোক চাম ধৰাত ৰহিল গৈ; পাচে মহাৰাজায়ো আগিয়া বন্ধাত ৰহিল গৈ; পাচে ৰাজা দলাইবৰিখিঁয়া গায়ঁৰ পোনে হাতিত উঠি ৰূপ এক চক্ৰ, সোন এক চক্ৰ লৈ ব্ৰহ্ম-পুত্ৰক পূজা কৰিলে। ৰাজা বোলে বঙালক যদি জিনিব পাৰো মোক ৰাখিবা; জদি জিনিব নোৱাৰো মোক নাৰাখিবা। ব্ৰহ্মপুত্ৰয়ো খানি দিলে। ৰাজা বোলে মাজ গাঞৰ পৰা নটিনি ধৰি নিলে। আতকৈ মোৰ কি লাজ আছে; ভটিয়াই গৈ ৰঙ্গা বৰালি মৰাত ৰলগৈ।

চামধৰাৰ যুধ।

পাচে বঙালেয়ো বাৰ্ত্তা পাই সাজ হুই আহি ভড়ৰি কাখৰত ৭ খন কোঠ দি ৰহিল। আহোমেও ভড়ৰি কাখত ৫ খন কোঠ দি ৰহিল। এই মতে এক মাহ গল। আমাৰ আগুৱান সেনামানে ভড়ৰি কাখৰে গৈ বঙালৰে মতামতি কৰি থাকে। পাছে একদিনা বঙালে নাওত তুলি কাপোৰেৰে ঢাকি ঘোড়া পাৰ কৰি আহোমক ধৰিলে। বড়চেটিয়াৰ পুতেক ৰত্তিয়া ডেকাক কাটিলে; পিঙ্গলিয়া গোহাঞি পলাই এড়াল; বিংচা পাত্ৰক ধৰি নিলে; আনো লোক পড়িল। কিচু পুৰ গৈল মাঘৰ সংক্ৰান্তিৰ দিনা। তেবে সমস্তে লোক ভাগি আসি ভড়ৰি গড় এৰি চামধৰাত ৰহিল হি।

এই কথা ৰজালৈ জনাই পঠালে। পাছে মহাৰাজা স্থনি তিনি জনা ডাঙ্গৰিয়াকো দায় ধৰি আপোনাৰ দদায়েক, চাউলাই কোঞৰক সবাৰো উপৰি মুঢ়কৈ দিছিল; তেওকো ধৰি আনিলে; বড় গোহাঞিৰ নেওগ ৰুৰুং চেটিয়াৰ নাতি, বুঢ়া গোহাঞিৰ নেওগ লেচাই ফিচি, বড় পাত্ৰৰ নেওগ, পোয়ালি লাথুম, এই সমস্তকে ধৰি আনি ৰজা খংকৈ কাটিব দিলে: আই কুঞৰিয়ে মাতি ৰাখিলে। পাচে চাইলাই কোঞৰকো তিনি নেওগ সমে পাছি দিলে। পাচে হাড়ি মহি প্ৰমুক্ষে যত লুখুৰাখন ভিতৰুয়াল কাড়ি আচিল সমস্তে দেৱতাৰ চৰণত কলে, স্বৰ্গদেৱ মহাৰাজা হুই কি কাৰণে তুমি বালিত দুখ পাইছা। আমাক বুঢ়ালৈ পঠাই দিয়া তেবে আমাক বা কাঁড়ধেনু সিকাবৰ কাৰ্জ কি। পাচে লেচাম চিৰিং প্ৰমুক্ষে যত গড় ভিতৰুয়াল কাড়ি আছিল, সকলকো পঠাই দিলে, ভড়ৰিৰ গড় পুনৰ্ব্বাৰ লৰি গৈ; জদি বঙ্গালক ধৰি দিব পাৰিলি একো নাই, জদি নোৱাৰিলি তেহেতেহে বঙাল।

এইকথা গোহাঞি বোৰে স্থনি বোলে তিনি নেওগ সমে কোৱৰক ধৰি যে নিলে আমাত থঙ্গে (?)। পাছে ৰাজাগন সমে গোহাঞি বোৰে আলচ কৰি ভড়ৰিৰ গড় ললেগৈ। পাছে

গোহাঞি বোৰে যুক্তি হুই আখেক গোহাঞিলৈ সুধি পঠালে বোলে মহাৰাজাৰ ৰাজ্যত তিনি ঘৰ ডাঙ্গৰিয়া। ভাল কৰিব লাগিলেও আমাকে ভাল কৰে, কাটিব লাগিলেও আমাকে কাটে; গোহাঞে লোকৰ সমাজত, পুৰ্ব্বিয়তে মানে মৰ্জ্জদায়ে আছে কি নাই। আখেক গোহাঞি বোলে ভয় সংসয়তেহে সত্ৰুৰ মাজত পলাই আছো।

যদি মোৰ দেহটো ৰক্ষা কৰিব পাৰে, আজি যেন যাম। গোহাঞি বোৰে বোলে তেওৰ গড়কি তল, আমাৰ গড়কি ওপৰ, এনেকৈয়ো গোহাঞিক ৰাখিম। এই কথা শুনি আখেক গোহাঞিৰ ৰঙ হল। বঙালক ধৰিবলৈ কথাবাৰ্ত্তা কলে বোলে আশা নিশা জাগি থাকে, সেই নিশা বেঢ়ি ধৰিব লাগে। এই কথা সুনি তিনি জনা গোহাঞি যুগুতি হুই ভড়ৰিৰ উজনিত তিনি খন দলং বান্ধিলে মানুহ পাৰ হুবলৈ। পাছে গাম্প্ৰত বড় গোহাঞি, থকবক বুঢ়া গোহাঞি, লাকু বড় পাত্ৰ, তিপামৰ ৰজা, নাম ৰুপিয়া ৰজা, চাৰিং ৰজা, ৰূপ সন্দিকৈ, বকং ৰড় চেটিয়া, লাচাম পেঙ্গৰ পুত্ৰ, মৰান কোঞৰ, কঞ্চিত কোঞৰ, চিৰিফল হাতি বৰুৱা, ৰেটুআ বড়া সমস্তে তৰুণ্ঘা হুই গল। এই সকলৰ উপৰি চেঙ্গধৰা নেওগ হৈল। লাচাম সন্দিকৈ, পিকচাই চেটিয়া, লাচাম পেম ভড়াৰি, চিড়িংডাং, চাউনাপাম, ফুল কোৱৰৰ পুত্ৰ, লালুক গোহাঞি, চাউডাঙ্গৰ বৰুআ সেই সকলৰ উপৰি লাঙ্গি নেওগ এই সকল নাৱে গল।

আনো জত লোক তাৰ কোনে অন্ত পায়; আৰু হাজৰিকিয়া, সয়কিয়া, বড়া অনেক লোক গৈছে; চকুড়ি দতাল মত্ত হস্তি আগুয়ান হুই জাই; প্ৰভাতে অৰুনোদয় বেলাত নাৱে তৰে চাপি যুদ্ধ ধৰিলে। হাতিয়ে গঢ় ভাঙ্গি উঠিল। পাচে সেনা সকলে যাক যৈতে পায়, তাক তৈতে কাটিব ধৰিলে। বঙালে সাষ্টম হুব নেপালে, কতো বিভঙ্গে কটা গল; কতো অস্ত্ৰ সস্ত্ৰধৰি জুজিলে। বঙ্গালে

কিছু কৰিব নোৱাৰি বামৰ পৰা হুহকি লোহিতৰ নিকট বালি চাপি ৰহিল গৈ। সেই সময়তে বাৰটা চিপাই, কেৰা গোহাঞি সমে তাৰ কিছু সৈন্য লগত লৈ ঘোড়াত উঠি আহোমৰ বেহু ভাঙ্গি বাজ হুই পলাই গল; সত্ৰাজিতো দুখান নাৱেৰে ফৌদাৰ এড়াই গল। আহোমেও পাছে বঙ্গাল ভঙ্গালে; তাক তিনি তৰপিয়া খাগৰিৰ গড় দি ৰাখিলে। পাছে দেৱতালৈ জনাই পঠালে। পাছে মহাৰাজা সুনি ততকাল খেদা পঠালে; বোলে বঙালক নাকাটিব; কেন্দুয়া উমিৰ বোৰে মোক জুজিবলৈ আহিচে চাওগৈ বুলি; খেদি আহি চামধৰাত ৰলগৈ। সেই বেলা বঙালৰ তিৰতা এজনীয়ে সামান্য বচন বুলিলে। তিনিজনা ডাঙ্গৰিয়া বোলে তিৰতা জনীয়ে জে এনয় বচন বুলিলে, আতে বা কত ৰনবন লাগে এই বুলি বঙালক কাটিবৰ মন কৰিলে। তাৰ মাজৰ পৰা দান্তে খেৰ লৈ যি আহে তাক নাকাটি পাৰকৈ আনে।

সেই বেলা বড গোহাঞে আখেক গোহাঞিক ৰক্ষা কৰিম বুলি আপোনাৰ ভিতৰ কৰি আনিলে। এক ৰাত্ৰি বেড়াৰ ভিতৰতে আছিল। আন এদিনা এক প্ৰহৰৰ উপৰে সবে বঙ্গালক কাটিলে বেটি। বঙ্গালৰ সবাৰে উপৰি মুৰ চৈয়দ বাবাকৰো পড়িল। ভয়ানাছি পডিল। গকুল চান্দ পড়িল। জাহিৰ বেগ পড়িল। মিজ্জা জাখি, জামল খাঁ, দখিনে হাউদ খাঁ এই সব কটা গল। ৰাজা জগদেৱ, গন্ধৰ্ব্ব ৰাই, ৰাজা ৰাই, কালা ৰাজা, হাড়া প্ৰতাপ সিংহ, ইন্দ্ৰমনি, নৰসিংহ ৰাই, ভগৱান বক্সি এই সমে আঠ ৰাজা দান্তে খেৰ ধৰি বোলে আমি স্বৰ্গদেৱ ৰাজাৰ সৰনিয়া বন্দি হলো।

আমাক নকাটিবা; পাছে তাসম্বাক নকাটিলে; মহাৰাজা মানুহ পঠাই গলত হিঙ্গুলিয়া ডাকুৰ দি গৰগ্ৰামলৈ আনিলে; আৰু সত্ৰাজিতৰ মহনগিৰি নাও ভেটি ধৰি আনিলে; আনো যত বঙ্গাল কাণ্ড বাৰু এড়ি ৰৰিল তাকো নকাটি ধৰি আনিলে; আনো বঙ্গাল সমস্তে কটা গল।

আহোমবো তাৰ হাতি বৰুয়া পড়িল ; বলিয়া হাতিয়ে খুচি মাৰিলে আৰু নোমল বড়া পড়িল ; নাৱত পড়িল লাচাম সন্দিকৈ, চিৰিংভাং ; পাছে মহাৰাজা স্নুনিলে সমস্তে বঙ্গাল কাটিলে হেন, গোহাঞি বোবো পাৰ হুই আহিল হেন। তেবে এই কথাৰ অন্তৰে ৰাজাৰ দদায়েক চাউলাই কোৱৰকো মাৰিলে। দুই নেওগকো কাটিলে ; ৰুৰিং চেটিয়া পলাইহে এড়াল। আথেক গোহাঞিকো ওভোটাই মোট কাটিলে ; তিনি জনা গোহাঞিকো খণ্ডিলে।

তিনিজন গোহাঞে বোলে আমি বন বঢ়াই থলে কি হুব। হাতি পালে ৰাৰটা, ঘোড়া নৱসত আৰু যত কাণ্ড লাগি মৰিল আৰু বাজুবন্ধা ঘোৰা কাটিলে ; তাৰ কোনে অন্ত পায়। বাচৰু নাও দুই শত আৰু বঙালৰ যতেক হিলৈ আছিল পালে, তৰোৱাল, ৰাৰু, যমদাৰ খণ্ডুয়া এই সকলৰ সিমা নাই ; সনাহা পাচ অধিক চাৰিকুৰি পালে ; যি কিছু আহিলা পাতি লোহিতত পৰিল, তাক মাত্র নাপালে। সক ১৫৩৭, মাস ৯, দিন ১৬, বাৰ ৩।

তেবে সেই বেলা হাবুং পিকচাই সহিতে আহোম গৈ কাজলিত থানা কৰি ৰহিল গৈ। সেইবেলা প্রভাকৰৰ পুত্র মণ্ডল ৰাজা হাবুং পিকচাইৰ ঠাইক আহি মহাৰাজাত সৰনাপন্ন হলহি। মহাৰজায়ো বটা, হেঙ্গদান কন্যা হস্তি বিদায় দিলে সেই কালৰ পৰাহে ডিমৰুয়া মহাৰাজৰ হল।

ডিমৰুৱা ৰজা আদিৰ বশ স্বীকাৰ।

তেবেষে মহাৰাজা, বলি কোঁৱৰক, ধৰ্ম্ম নাৰায়ন নাম দি দৰঙ্গত ৰাজা পাতিলে। আৰু চন্দ্রনাৰান, ৰূপনাৰান প্রমুখ্যে যত পৰিৰক্ষিত ৰাজাৰ কোঁৱৰ আছিল সবে আহি মহাৰাজাক সেৱা কৰিলেহি। তেবে মহাৰাজাৰ প্রসাদে গ্রাম ভুমি লৈ ৰাজাক সেৱা কৰি থাকে ; কতো দেশক জাই আৰুবাৰ আছে। দক্ষিন কুলিয়া ডিমৰুয়া আদি কৰি যতেক ৰাজা আছে সবে আসি মামু সহিতে মহাৰাজাক সেৱা কৰেহি লো, কোৰ, কাপোৰ, কপাহ, আনো সম্ভাৰ সকল লৈ। আশ্বিন মাস, সক ১৫৩৮।

তেবেসে মাঘত চোমধৰাত গড় বান্ধিলে, ১৫৩৮ সক। ৰাজাৰ কোৱঁৰ লাঙ্গি গোহাইৰ মৃত্যু ১৫৩৮। তেবেসে পুনৰ্ব্বাৰ দখিণ কুলিয়া উত্তৰ কুলিয়া, থেকেৰিয়ে মহাৰাজাক উত্তম কৰালেহি

হাজোৰ যুধ

বোলে স্বৰ্গদেৱ মহাৰজা আমি যতেক চেকেৰি আছো সমস্তকে ৰাজা পৰিক্ষিতে তোমাৰ দুই পাৱৰ তলেদি গৈছে।

আৰু যতলোক আছে সবাৰে দেৱকুটুম্বৰ ঠাইহে ভাত, আন ঠাইতো ৰক্ষা নাই; এখন স্বৰ্গদেৱে যদি আজ্ঞা কৰে হাজোত যি বঙ্গাল খনি আছে তাক ধৰিবাক প্ৰতি আমাকো, দেৱতাৰ লোকজনকো পঠাই দিয়োক; দেৱতাৰ লোকজনক পাছ কৰি আমি আগছুই ধৰিমগৈ; এতেকে দখিণকুল উত্তৰকুল সমস্তে দেৱতাৰ হল। এই কথা স্তুনি মহাৰাজাৰ মনে আনন্দিত হল; ভাল বুলি সলাগিলে। পাছে আধোনত মহাৰাজাৰ আজ্ঞায়ে (?) বঙ্গালৰ নবাব তিলিচ খাঁ সেতকমল হাজোতে নবাব হুই ৰহিলহি। চয় মাসৰ পাচত তিনিজনা ডাঙ্গৰিয়াক হাজোৰ যুদ্ধলৈ পাচিলত, চেচা-মুখত লোকজন সহিতে গড় বান্ধি ৰলগৈ; মহাৰাজায়ো চাম ধৰালৈ ভটিয়াই আহিল।

সেতকমল প্ৰমুক্ষে বঙ্গাল হাজোৰ পৰ্ব্বত জুৰি আছে; পাচে আহোমে পৰ্ব্বতক বেঢ়ি গঢ় দিলেগৈ; আৰ দখিনে তাক ভণ্ডাৰি প্ৰমুক্ষে বঙ্গাল লোহিতে গৈ ভেটিলে। বায়ব্যে ধৰ্ম্মৰাজা পূৰ্ব্বে উত্তৰে তিনি জনা গোহাঞি প্ৰমুক্ষে ৰহি আছে। বঙ্গালো ভাগিবাক সাজ হল। পাছে সেই বেলা লাচাম চিৰিঙে তিনি জনা গোহাঞিক ঘালি বচন বুলিলে। লোক সকলকো কোবাই পৰ্ব্বতত তুলিলে। বঙ্গালক কাটিবাক প্ৰতি আৰু বঙ্গালো সাস্তম হুই আছে। আহোমে পৰ্ব্বতত উঠি যাওতে বঙ্গালে ঘোড়া মেলি কাটিব ধৰিলে; হাতিত উঠি বুঢ়া গোহাঞে ৰন কৰিছিল। বঙ্গালৰ গুলি লাগি গোহাঞি পৰিল; গোহাঞিৰ পোনে ৰাজ্যো ভাগিল; হাতিয়ে সুড়েৰে তুলি পিঠিতকৈ গোহাঞিক আনিলে; বঙ্গালো সেইপিনে

শিৰিসাই ভাগিল ; নাৱত আহিলাপাতি যি আছিল সি সকলো পড়িল ; জত লোক পৰিল তাৰ সিমা নাই। আৰু চাৰি কুড়ি হাতি পড়িল—মত্ত হাতি। কেৰা গোহাঞে ঠানুৱা কনাই হাতিক ধৰিলে। পাছে তাক আচাৰ মাৰি পেলাই নগৰক আহিল।

পাছে মহাৰাজা থাম্প্ৰত বড় গোহাঞিক, তিপামৰ ৰজাক লোহাৰ ভিঙ্গৰাত ভৰাই আনিলে। আৰো আন গুচাই ওপৰে পিকদাম ধৰিলে ; ৰন ভগনীয়া মানুহ হাজোৰ পৰা তবে আহিবলৈ ধৰিলে চামধৰালৈ। ৰাজ্যৰ আগ হল, হাতি মানুহ পাছ হল, ৰাত্ৰি হলে পাছ হয় দিন হলে আগ হয় হাতি। হাতি পতিয়ে মানুহ আহি চামধৰাত ওলালহি। পাছে থকবক বুঢ়াগোহাঞি পৰিবৰ শুনি, ৰজা বোলে গোহাঞি বোৰে গা লগাই যুজিলে হেতে মোৰ বুঢ়াগোহাঞি কিয় ৰনত পৰিব। বঙাল সক্ৰ বা কিয় সাৰি যাব পাৰিব ; জি হেতু গা লগাই নুজুজিলে, এতেকেহে গোহাঞি ৰনত পড়িল। গোহাঞিবোৰে বোলে আমি বঙালক বেঢ়ি ধৰিলো, খাব বব নেপাই বল খিন হক তেহে আমি চাপি ধৰিম।

লেচাম চিৰিং নেওগে বড় কথা মাতি গালি পাৰিলে ; গালি সুনিহে চাপি ধৰিলো। গোহাঞোঁ পড়িল, বঙ্গালো সাৰি গল। এই কথা সুনি লাঙ্গি নেওগক মুৰত কোবাই মাৰিলে ; লাচাম চিৰিঙক, লালুক ফুকনক, লাহনক, তিনিকো কাঠেৰে চেপি ধৰি মাৰিলে। উত্তৰ কোলৰ ভুয়া, মৰঙ্গিৰ হাজৰিকিয়া, সয়কিয়াকো বিচাৰ কৰি কাটিলে। পাছে ডাঙ্গৰিয়া সকলেৰে যুগুতি হুই ৰাজা বোলে অনেক দেশলৈ দুৰ্য্যস গল গোহাঞি পৰিলত।

পাছে ৰাজা লাঙি ফুকৰ্নক বড়ফুকন পাতিলে ; তেওঁ আহি কাজিত থানা দি ৰহিল হি ; এওৰে পৰাহে বড়ফুকন নাম হল ; সক ১৫৩৯, মাস ১০ ; তেবে ৰাজা গৰগ্ৰামক গল।

বড়ফুকন। আত পাচে লাঙ্গি ফুকনৰ দিনৰ কথা। সেই বেলা দাৰিকাত পাট ললে।

তাত পাছে চেক্ কমলৰ আগত বিক কাৰ্যিএ বোলে নবাবৰ আজ্ঞা হলে, আসামক মিলপ্রিতি কৰাই, হাতিদাত, আগৰ কাঠ অনাই দিব পাৰো। নবাবেও ভাল বুলি সলাগিলে; পাচে বিক কাৰ্জিও আগ চকি অম্বক্রান্তলৈ আহি, লাঙ্গি ফুকনৰ ঠাই প্রিতিৰ কাৰণ কৈ পঠালে; আমাৰ চকিয়ালে ফুকনত কলে। পাছে ফুকনেও এই কথা দেৱতালৈ ধৰাধৰ কটকিতকৈ জনালত পাচে দেৱতা য়ো ফুকনলৈ কৈ পঠালে তাক উপায় কৰি কাজলিলৈকে অনাওক। পাছে ফুকনৰ আজ্ঞায়ে ধৰাধৰে সত্যসপত কৰি কাজলিক আনিলে; সিয়ো উলটি যাব নাপালে; মহাৰাজা গৰগাঁওলৈ উপায়কৈ আনি ৰাখিলে, বোলে মোকে বঙালকে মিলাব নোৱাৰে মানে বিকুকাৰ্য্যি এখেতে থাকোক। সক ১৫৪০, পাচ্চাৰ ভাই মিৰ্য্যানাথন দক্ষিন কোলৰ পৰা উত্তৰে পাৰ হল। সেই বেলা ধৰ্ম্মৰাজাৰ হাতি, তিনিজনা কোৱৰিক বঙালে নিলে। ৰজায়ো পলাই হে এড়াল।

বিক কাৰ্জ্জি।

পাছে আহোমে গৈ যুদ্ধ কৰিলে; তেবে মিৰ্য্যানাথন ভাগি পলাল; হাড়ি মহিএ একলে খেদি গৈ পড়িল। তেবে সেই বেলা মামু গোবিন্দ বেলতলাৰ বড়ুআ আছিল; আহোমৰ লগ লৈ কৰৈবাড়ি সিমা কৰি দক্ষিন কোলৰ ৰাজা হল। বঙালে দক্ষিন কোলে পাৰ হুইবাকো নোৱাৰে, তাৰ লগত দুই হাজাৰ কাঁড়ি দি জিহেতু আছে। সত্রাজিতে লোক তুলি মামোক মাৰোগৈ বুলি আহিল।

বেলতলাৰ বৰুৱা।

আহোমৰ কাৰণ নোৱাৰে। সত্রাজিতৰ ভতিজাক ইন্দ্রনাৰান পড়িল। আৰ ভয়ানি ৰাই পড়িল। এইমতে উত্তৰে দখিনে বনে লুকাই কঁড়াই মাৰে, দেখাই দন্দ নকৰে। সত্রাজিতে ডুবাৰলৈ আহি আছে; দন্দে হাট ভাগে; পাছে সত্রাজিত কিছু কৰিবলৈ নোৱাৰি, মহাৰাজাক বাপ টাকি পঠালে; উমৰ, কনাই এই দুই মুদৈত কৰি মহাৰাজাৰ ঠাইলৈ, লাহৰি, পামৰি,

সত্রাজিত।

তাও, মুক্তা, পোৱাল আনো বাখৰ সকল দি পঠালে। আৰু পত্ৰত লিখিলে মই মহাৰাজাৰ বেটা হলো, স্বৰ্গদেৱে জদি বেটা বোলে বেটা ; লকৰ বোলে লফৰ। মই জেনেকৈ তুয়াৰত ৰহো তেমত কৰিব।

পাচে মহাৰাজা বুলিলে ভাল মায়া বেটা বুলিলো ; পুত্ৰ হলে পিতৃৰ বচন কৰিব লাগে। এই বুলি কমললোচন কটকিত কৰি ৰূপৰ জৰা সোনৰ নালিএৰে তাৰ ভিতৰত উত্তম জল দি পঠালে ; মহাৰাজা বোলে পুত্ৰ হলে মাতৃৰ স্তন খাব লাগে ; এই জানিবা পানিয়ে স্তন ; আৰু উত্তম লোন চাউল দি পঠালে তাৰ দেশত জিহেতু লোন চাউল খালে হাৰাম নকৰে হেন শুনিচো। সত্ৰাজিতলৈ আৰু, পাট কাপৰ, চিকন কাপৰ, জালুক, আগৰ কাঠ তাক প্ৰতি দিলে ; তাৰ ঘৰনি সকললৈ লোকেৰ, আই কুৰঁৰি নামে, আহম মেখলাৰে এজোৰ কাপৰ দিলে।

মহাৰাজাক সাত সেৱা কৰি লোন চাউল খালে। পাছে মহাৰাজা ভেলাইক দুৱাৰ দি পঠালে ; লাঙ্গি ফুকনেৰে পৃতি হল। সাউদৰ তোলত হাট হল। কটকিৰো আয়াজাত হল। এইৰূপে পৃতি হুই আছে। আমাৰ মুদৈ গৈ ঢকাত বেহাই গৈ। তাত পাছে সত্ৰাজিতৰ বংসৰ দহেকিয়া পুতেকটিক, তাৰ মাককে মহাৰাজাক সেৱা কৰিবলৈ সঞ্জাতিৰ লগত পঠালে। পাছে পৰ্ব্বতিয়া গোহাঞিক তুলিব দিলে ; গোহাঁই বোলে জিয়া পোয়েৰে কথা বাৰ্ত্তা হবৰ উচিত নহয়। লৰাও একো কথা নাজানে। এই দুইৰে মই কিকথা হুম, এই বুলি নুতুলিলে। পাছে মহাৰাজাএ বড় গোহাইক খং কৰি বুঢ়া গোহাঞিক তুলিব দিলে। বড় পাত্ৰকো তুলিব দিলে। দুই জনা গোহাঞে তুলিলে। পাছে মহাৰাজায়ো তুলি হাতি এটা, ঘোড়া ৰূপ দুই হাজাৰ (২০০০) দি বিদায় দিলে। পাছে মহাবাজায়ে খণ্ডকৈ ভাগিলে ; শক ১৫৯৯ ; ১১ মাস।

পাছে কতো দিন আছি চন্দ্ৰনাৰান পিড়াত বহি আচিল। দেৱতা মাছ মাৰিবলৈ যাওতে দেৱতাৰ ভাই গোহাঞি বোৰে দেখি বাপেকক ঘালি গালি পাৰিলে। চন্দ্ৰ নাৰানে দুই তিৰি এড়ি কাজিমুখৰ পৰা পলাই গল।

চন্দ্ৰনাৰায়ণ।

তাত পাছে মামোৰ বেটা মধুনায়কক, ধৰ্ম্ম ৰাজা বোলে, তোক ৰাজ্য পাতিব দিলো। তই স্বতন্ত্র কৰিলি কিয়, এই দায় ধৰি গল মুচৰি মাৰিলে। পাছে পুত্ৰৰ মৃত্যু সুনি কোনোখান কৰে বুলি, লুকিব পৰা নাহে। মামো গোবিন্দে মহাৰাজাৰ আজ্ঞায়ে কৰৈবাড়ি পৰ্য্যন্ত ৰাজ্য খাই আছে; আমাৰ সন্তেদ কথা বঙালত কৈছিল, বঙালৰো কথা ফুকনত কৈছিল। মহাৰাজায়ো মামো গোবিন্দক মাতি পঠাই তথাপি নাহে। মামু গোবিন্দ মহাৰাজাত হাৰাম খুৰি হল, তাক সত্ৰাজিতে জানিলে; তেবে সত্ৰাজিতে কটকিত কৰি পত্ৰ দি পঠালে বোলে মহাৰাজায়ে যদি মোক আজ্ঞা কৰে, মামো গোবিন্দক ধৰি নাওৰ গুড়া পিৰিত বান্ধি দি পঠাম; জিহেতু সত্ৰাজিতৰ ভটিজাক ইন্দ্ৰনাৰানক পূৰ্ব্বে মামো গোবিন্দে মাৰিছে।

মামো গোবিন্দ।

পাছে মহাৰাজা ৰত্ন কন্দলিক, জাবৰক একাদহক ততকালে পঠালে বোলে মামোক পালেহে আহিবি। পাছে সত্ৰাজিতে পচিমে মামোক বেটিলে, পুবে আহোমে বেঢ়িলে; পাছে মামো ভাগি বঙাললৈ গল। পাছে সত্ৰাজিতে মামোক ধৰি বঙাললৈ ঢকালৈ দি পঠালে। আহোমক নেদিলে আব্দুল ইস্লামক ভয়ে। আমাৰ কটকি আহি দেৱতাক কলত এই কথা সুনি দেৱতাৰ মনত লাগি থাকিল। তাত পাছে কতো দিন অন্তৰে মহাৰাজা লাঙ্গি ফুকনক আজ্ঞা কৰিলে। বোলে জেনেকৈ পাৰে উপাই কৈ সত্ৰাজিতক ধৰি দিয়ক। ভেলায়েৰে কথা হুই পাচে লাঙি ফুকনে ভেলাইক বুলিলে; তঞি জেনেকৈ পাৰ তেনেকৈ, সত্ৰাজিতক আন, আমি এৰে কথা হুবলৈ বুলি; যদি আহে আমালৈ বাৰ্ত্তা জনাবি। আমিও সাস্তম হুই যাম উমানন্দৰ বালিলৈকে। পাছে ভোলায়ে গৈ বড় ফুকনৰ আজ্ঞা সত্ৰাজিতত কলে বোলে ভাই নবাবেৰে দেখা দেখিতো নোহোঁ; আৰু বোলে জদি আহে আম্নিএৰে কথা বাৰ্ত্তা হুবলৈ, আমিও উমানন্দৰ বালিলৈকে যাম।

তেওঁ সেই ঠাইকে আহিব ; এই কথা শিত্রে আমালৈ জনাই পঠাবি। সত্রাজিতে বোলে এক দিন আমিয়ো জাম। এই কথা ভেলায়ে বড় ফুকনলৈ জনাই পঠালে। পাছে বড় ফুকনে কাজলি মুখিয়া যত ফুকন, ৰাজখোৱা, হাজৰিকিয়া সবাকে লগত লৈ উমানন্দৰ বালিত ৰহিল গৈ। সত্রাজিতো সুয়ালকুচিৰ পৰা তিনি কুৰি বাচক মাৰেৰে আহি দেখা দেখি দুই ফুকনেৰে একে তলিচাতে বহি কথা হুইচে। বড়ফুকনে সত্রাজিতলৈ সোন একসেৰ, ফোতা এশ খন, থঙ্গা ডেৰকুৰি, কলিয়া পটিয়া দুকুৰি, গন্ধ সাতোটা ; পাছে সত্রাজিতেও দিলে দলিচা কুৰি খন, লাহৰি কুৰি খন, পামৰি দুকুৰি খন, তাও দুকুৰি, পোৱাল দুকুৰি বিধৰ।

সত্রাজিতক ধৰাৰ চক্রান্ত।

ফুকন, ৰাজখোৱা, সত্রাজিতক ধৰিবলৈ বড়ফুকনক কলত বোলে আজি যাওক, আন দিনলৈ ধৰিম। এই বুলি গুচি আহিল, সত্রাজিতো গল। পাছে ঢাকাৰ নবাবৰ হৰিবঞ্চাৰ আগত সোনাৰি মুদৈএ বোলে মহাৰাজাৰে ঢকাৰ নবাবৰে একলাস এক প্রীতি কৰাও। এই বুলি এক লেখা দি বাজিত খাক, গোপালক পঠাই দিলে। সোনাৰী মুদৈৰ লগত সন্দেশ দিলে ; সোনাৰ মল্মাকৰা হাতি দাঁতৰ পিড়া এখন, তাও, মুক্তা, পোৱাল। পাছে সোনাৰি মুদৈএ বঙালৰ কটকিক কুৰুৱাতে থৈ, কাজলিত লাগি ফুকনত জনালেগৈ। সত্রাজিতেও সপ্তাতিত কৈ বড়ফুকনলৈ জনাই পঠালে বোলে ঢকাৰ নবাবৰ কটকি আহিলে তোমাৰ আমাৰ পৃতি কিৰূপে ৰহিব ; ঢকাৰ নবাবৰ কটকি জেনেকৈ জাবলৈ আপাই তেমত কৰিবা। পাছে সপ্তাতিকে বড় ফুকনৰ ভায়েক লেচাম ডেকাকে এই কথাৰে বড় ফুকনে মহাৰাজালৈ জনাই পঠালে। বোলে সোনাৰি মুদৈএ ঢাকালৈ কথা চলাই, বঙালৰ আগত আমাৰ সম্ভেদ বাৰ্ত্তা কৈ মহাৰাজাৰ লগত ঢকাৰ নবাবৰ প্রিতি কৰাম বুলি উকিল পত্র আনিছে।

সোনাৰী মুদৈ।

দেৱতাৰ আজ্ঞা হলেহে আনিব পাই। পাছে মহাৰাজা বোলে সি বেপাৰি, বেপাৰ কাম কৰিব। মোৰ সন্তেদ কথাকৈ কেনেকৈ উকিল পত্র আনিব। এই দায় ধৰি সোনাৰি মুদৈক, জয়হৰি মুদৈক, নৰহৰি মুদৈক তিনিকো কাটিলে। তাৰ লগৰ একুৰি মান পাইককো কাটিলে। কুকআৰ পৰা কলা পতুৱাৰ ভুৰ বান্ধি উটালে। বঙালৰ কটকিকো ওলটাই পঠালে। পাছে মুদৈৰ ভাইপোৱে মহাৰাজাত কলে, মুক্তা পোৱালো দেখালে। এই বস্তু ফুকনক নেদি মহাৰাজালৈ আনিলো এতেকেহে গোচৰ দি মৰালে। পাছে মহাৰাজা সুনিলে। ধৰ্ম্মৰাজাত জগৰ লাগিবৰ কাৰনে হে ফুকনে মামো গোবিন্দক লুকিলে পঠাই দিলে; সত্রাজিতকো ধৰি আনিব পাৰিলে হতে; মিত্রৰ কাৰনে হে নধৰিলে, আৰু ঢকাৰ নবাবেও সোন কোহৰ মুখত হাট বাট কৰো বুলি বিস্তৰ বস্ত্র জাত দি উকিল পঠালে।

এনে কথা নকৈ আন কথা কেনেকৈ কয়; ফুকনে জি কথাৰে কটকি আহিল, তাকেহে কব পায়। এই দায়তে লাণ্ডি ফুকনক, পোৱালি লাণ্ডি ডেকাক, লাণ্ডি ফুংজাঙক থাব নেদি মাৰিলে।

তাত পাছে ৺তা, অভয় পুৰিয়া নেওগক ফুকন পাতি থলে।

অভয় পুৰিয়া নেওগ।

এওঁ ফুকনৰ দিনৰ যুদ্ধৰ কথা। মামোৰ লৰা তিৰুতাক তুলি জাখেলিলৈ নিলে আৰু বঙ্গালৰ দুই চাৰি মানুহ কাটে; এই কথা সত্রাজিতে মহাৰাজালৈ জনাই পঠালে, বোলে মহাৰাজাৰ লোকে ঢেকেৰিৰ লগ লৈ আমাৰ দুই চাৰি মানুহ কাটে; এই কথা মহাৰাজা সুনি বোলে ঢেকেৰিয়ে কেনেকৈ মানুহ কাটে মই কি জানো। এই এক। আৰু হৰিকেস চৌধাৰি বঙালত খাজনা সোধালে; পাচ স ৰূপ সেহ থাকিল।

তাৰে দুই অনেক লঘু লাঞ্ছনা কৰিলে। সহিব নোৱাৰি

হৰিকেস আমাৰ পানি লৈ পলাই আছে; পাছে পাছে বঙালেও খেদি আহিছে। আমাৰ চকিত পড়িল হি; চকিৰ ভিতৰকৈ ৰাখিলে। পাছে আব্দুল ইস্‌লামে ফুকনলৈ খুজি পঠালে যোলে আমাৰ হৰিকেসত পাচ স ৰুপ পাব লাগে, আমাক দি পঠাওক। আমাৰে মহাৰাজাৰে এহি সে কাৰণে পৃতি হব লাগে। পাছে মহাৰাজা বোলে আমাৰ মামো গোবিন্দক ধৰি নিলি, তাক কিয় এড়ি নিদিলি। সৰনাগতক কিয় এড়ি দিম। এই কথা সুনি বঙাল গুচি গল। আৰু বঙ্গালৰ পছুমৰা হেঙ্গাল কুকুৰ আমাৰ পানিলৈ আহিল। বঙ্গালে অনেকৰূপে খুজিলে আমাৰ চকিয়ালে নেদিলে। এই তিনি কথাৰ পৰা বঙ্গালৰে আমাৰে পৃতি গোট ভাগিল। পুনৰ্ব্বাৰ যুদ্ধ লাগিল।

বঙ্গালৰ লগত আকৌ ৰণ লগাৰ কাৰণ।

পাছে দুই কুৰি নাও সাজি লৈ সেক ফৰিদ নবাব ভতাই মামোদ এই দুই, ৰৰলিয়ায়ে উজাই গল হৰিকেসক ধৰোগৈ বুলি। তাকো কলঙ্কু সন্দিকৈএ আগ ভেটি কড়ালে; ৰব নোৱাৰি হুহুকি গল। পাছে আমাৰ তিনটা মানুহ দক্ষিন কোলে অসুৰৰ আলিৰ পৰা ধৰি নিলে। তাৰে দুটা হাজোত কাটি সুলাত দিলে। এটা কুকুৰে খুৱালে। তেবে খাংলাই চেটিয়াই দিম্মিহাত বঙ্গালৰ গড় মাৰিলে, ১৫৫৪ সক; ঘোড়া পালে নটা, তৰোৱাল চৈধ খন। আৰু হৰি ডেকাএ চামুৰিয়াত গড় মাৰিলে। কমল খাঁ মগল পড়িল। ঘোড়া তিনিটা, হিলৈ সতৰটা, তৰোৱাল দুকুৰি। আৰু যি বঙ্গাল আছিল সি উত্তৰলৈ পাৰ হৈ গল। সেই বেলা চন্দ্ৰনাৰানে গাভৰুখানাৰে দন্দ কৰি নেওগ ফুকনত কলে বোলে স্বৰ্গ মহাৰাজাৰ পাৰত সৰনে পসিলো। খানায়ে মোক বঙালক ধৰি দিয়ে। তুমি ৰক্ষা কৰা। এই কথা মহাৰাজাত জনাই তাক নিৰ্ভয় দিলে। ৰুপ দিলে এক হাজাৰ, সুবৰ্ণৰ টাডহাৰ, কড়িয়া এক জোৰ, ৰূপৰ বটা, কাপোৰ দিলে পাচশ, দলিচা এখন,

দিম্মিহাল আৰু চামুৰিয়া গড দখল।

জৰা এটা, কাহি এখন, এই সকল দি বুলিলে দক্ষিন কোল তোক দিলে।

মহাৰাজা বড়ফুকনক বঙালক ধৰিব দিলে। বড়ফুকনে বোলে লুইতৰ দখিন পাৰে তাতি মৰাৰ পৰা, গৰালু মুখলৈ বড় নদিৰ পৰা হাজোলৈ, দুওপাৰে বঙাল জুৰি আছে; বাৰে দিনৰ মুৰত ধৰিম। এই বুলি মহাৰাজলৈ জনাই পঠালে। পাছে চন্দ্রনাৰানে দখিন কোলৰ ঢেকেৰি লগত লৈ কষৈবাড়িৰ পৰা বঙালক খেদি সকলো ৰাজ্য ললে। চন্দ্রনাৰানৰ মৃত্যু সক ১৫৪২। পাচে খাংলাই চেটিয়াএ সোঙ্কাত গড় দিলে। লগত আহোম ১৪০০০। আৰু ধৰ্ম্মৰাজাৰ ঢেকেৰি বড়কাঠৰ লগত, বঙাল সেক ফৰিদ, হৰিৰাম ৰাই, বৰ্দ্দেও-নিয়াৰ জয়সিংহ কোৱৰ এই তিনি সমুখে জুজে। হৰিৰাম ৰাইত কাণ্ড লাগিল। আহোমে খেদি কাটিলে সেক ফৰিদক। জয়সিংহ কোৱৰক নাকাটি আনিলে। ঘোড়া পালে ১৪০; মৰিল চয় কুৰি। পিতলৰ বড় কামায়ন এটা, তবকি হিলৈ ২৪০। বাৰু চইকুৰি, তৰোৱাল দুকুৰি চাৰিশ ৪৪০।

সোঙ্কাগড়ৰ যুধ।

তাত পাছে ভাদ্র মাস ২০ দিন যাওতে শনিবাৰে, অশ্বক্রান্তৰ আগ চকিত বিৰাহিম খাঁ; সৰাইতে খোচালবেগ; পাণ্ডুত ইয়াৰকুলি; সত্রাজিত মজালিত; হাজোত আব্দুল ইস্লাম। গুৱাহাটিৰ চকি মানে মাৰি খোচাল বেগক কাটিলে। কাজলি এড়ি আহোমে সৰাইঘাটত গড় দিলে। লাম্মাখৰু ডেকা দুৱৰা দুই পাণ্ডুৰ গড়ত আছিল। সত্রাজিত আদি কৰি জত বঙ্গাল পাণ্ডুত আচিল।

তাক এড়ি আগিয়াঠুটিৰ মজালিলৈ গল। সবাৰে উপৰি আব্দুল ইস্লাম নবাব, মুকুদি নবাব, দুই ভাগি হাজোত আচিল। ধৰ্ম্মৰাজা সমে খাংলাই চেটিয়াৰো তৈতে গড়। পাণ্ডু, সৰাই ঘাট আহোমে ললে। পাণ্ডুত পিতলৰ হিলৈ এটা পালে। পাছে বঙ্গালে নাৱে উঠি যুদ্ধ দিলে; আহোমে চাপি নথৰে। কাখৰ পৰা কাণ্ড-গুলি মাৰে মাত্র। বঙাল

পাণ্ডু, শৰাইঘাটৰ যুধ।

মাজে উজাই জুৰিয়া পৰ্ব্বত পালেহি। সেইবেলা হাবুং চেটিয়া, ককং চেটিয়া নাৱতে থাকি নাৱ মেলিব নোৱাৰিলে। দিহিঙ্গিয়া গল। মনি পলাল। আনো নাও কাথৰক চপাই মানুহ উঠিল; বঙ্গালে নাও তিনি খন পাই নিলে। আন নাও পাতি ধৰতা নহল।

বামৰ পৰা কাণ্ড-গুলি মাৰোতে বঙ্গাল গল। সেই বেলা অভয় পুৰিয়া নেওগ ফুকন আমাৰাজুৰিৰ বড় শিলত উঠিল গৈ। বঙ্গালে দেখি গুলি মাৰিলে, মুখত পৰি মৰিল। আশ্বিন মাসত সুক্রবাৰে ১৫৫৭। সেইবেলা সৰুচকুআ বড়গোহাঞে কাজলিৰ পৰা লোকজনক সবাকে দণ্ডি কৰি লগাই দিলে। পাছে সকলোএ আলচ কৰি বোলে, এনে সময়ত যে ফুকন হোৱাল আমি চেটিয়া ৰাজখোৱাক ফুকন পাতিলে; এওঁ ফুকন নহবলৈ অনেক ৰূপে বুলিলে। এই কথা ৰজালৈ জনাই পঠালে। মহাৰাজা তেওঁকে ফুকন পাতিলে।

অভয় পুৰীয়া নেওগ ফুকনৰ মৃত্যু; চেটিয়া ৰাজখোৱা ফুকন।

এয়োৰ দিনৰ যুদ্ধৰ কথা। পাচে বঙ্গালে আগিয়াঠুঠিত তিনি দিন থাকি তাৰ পৰা ওলাই তবে যুদ্ধ দিলে। দুই ভিতিৰ লোক সমান। যুদ্ধ হল। তথাপি আহোমৰ গড় তুলিব নোৱাৰিলে। কলপ্ঠু সন্দিকৈ পড়িল। চাৰিঙ্গিয়া ফুকনৰ ভায়েকৰ গলত কাণ্ড লাগি মৰিল। লাচাম ডাং তামুলি গুলি লাগি এড়াল। বঙালে গড় বান্ধি সত্ৰাজিতে, মিৰে, তাতে থাকিল। তাত পাচে বঙালে বাৰ খান গোৰাপ আগ কৰি নাৱে যুদ্ধ দিলে; আহোমৰো সমস্ত লোকে দিনে দিনে নাৱেৰে প্ৰধান যুদ্ধ কৰিছে; পাচে কাণ্ড-গুলিও ধুকাল। কতো বেলি অন্তৰে ৰহিব নোৱাৰি, অভয় পুৰিয়াৰ মানুহ যুদ্ধ এড়ি পলাল; তাক দেখি আনো নাও এড়ি পলাল। তেবে বঙালে নাও দহখন পাই নিলে। পেটকটা ছিলৈ এটা নিলে। এই মতে এক মাহ যুদ্ধ কৰে। কাৰো ভঙ্গ জয় নাই। কতোকতো আহোমে বঙ্গালৰ খৰি ভাৰিক জুমি জুমি কাটে। মুৰ আনিলো বুলি বটা নমাই, এই জুজৰ বেৱস্থা মহাৰাজা সমস্তে

মাজুলী আগীয়া ঠুঁটিৰ যুধ।

জানিলে ; তেবেসে লিকচোৱালৰ বড়ুআক পঠালে। প্ৰথমে জি অভয় পুৰিয়া পলাল তাৰ সয়কিয়া বোৰক কাটি মুৰ আনিব দিলে।

উপৰি টেকেলা হাৰি চাউদাঙ দিলে ; মহাৰাজা ফুকনক নাৱে তৰে ধৰিব দিলে। পাচে ফুকনে ইয়াৰ পৰা চোৰ পঠালে, বোলে কেনে সজাগেৰে বঙাল থাকে তক্কে আহগৈ। চোৰে বোলে পুৱতি নিশা বিনা জতনে থাকে। ফুকনে বোলে তোৰ কথাত কেনেকৈ ভাৰসা কৰিম। চোৰবছা গৈ ঘোড়াৰ ঠাইতে গৰু বান্ধি, ঘোড়া লৈ আহিল। তাৰ ঘোড়া ঘাহিএ বোলে ঘোড়াৰ সিং গজিল, বুলি সুলে ; আকৌ চেতন পাই বোলে চাহাব ঘোড়াৰ সিং গজিল।

নবাবে উঠি দেখে ঘোড়াৰ ঠাইত গৰু এটা ; মটা লগাই চালে ঘোড়া নেদেখিলে। এখেত ঘোড়া দেখলেনি বঙ্গালৰ মুৰ কাটি আনি এটা। ইকথাত সঞাত নাজাঞ। যদি ইস্লামখাৰ ধুঞা খোৱা আনি দিব পাৰ তেহে সজাঁত জাও। পাছে চোৰ বছা আকৌ গল ; নবাবৰ চাকৰৰ লগত ভিতৰ সোমাল ; ৰাতি সেস নিসা সকলো সুলে ; চোৰবছায়ে ধুঞা লগাই ধুঞাখোৱা চোৰকৈ লৈ আহি দেখালে। ফুকনে তাতো সজাঁত নগল। ফুকনৰ পুতেক অভয় পুৰিয়া ৰাজখোৱা আচিল চোৰবছাৰ লগত ; তেঞঁ আহিল। তেঞঁৰে চোৰবছাৰ কথা একে আহিল। তেহে ফুকনে সজাঁত গল। তাত পাচে নাৱে টংচু সন্দিকৈ, অভয় পুৰিয়া, সলগুৰিয়া, সকলে জুগুতি হৈ প্ৰভাতে নাৱে তৰে চাপি ধৰিলে। বঙালো সচকিত হৈ ভাগি পলাল। আহোমে নাৱে তৰে খেদি নি যাক পালে কাটিলে। কতো আহোমে নাৱেৰে খেদি গৈ ওচৰ পাই গৈ। বঙালো এড়াব নোৱাৰি, তাও, লাহৰি, পামৰি, দলিছা এই সকল পানিত পেলাই এড়াই জাই ; তাকো আহোমে নথৰে কাটিবৰ ভয়ে।

কোনোটে জদি লৰ খোজে, তাতো আগ হুই বঙাল পলাই জাই মাজুলি বালিত পড়িল। ইয়াৰ কুলি, সত্ৰাজিত, দুই এড়াই গল ; আৰু সাতদিন আগে সত্ৰাজিতেৰে দন্দ কৰি মিৰ হাজোক গল।

গোৰাপ মাও সাত খান পড়িল। বাচক ভেৰকুৰি, একসত ৰড় ছিলৈ; তবকি পাচসত। তৰোৱাল তিনি সত, বৰ্ষা একসত, জমদাৰ ৪৪, খণ্ডুয়া ৪০, মায়ৰ কোকৰা গাৰিটা; শক ১৫৫৮। এই মতে সমস্তে পলাই গল। সেই বেলা সেৰখাঁ মিৰচান্দ, চাৰিকুৰি বাচক মাৰেৰে বগৰি বাড়িত ৰহি আছে তাক পাইহে সত্ৰাজিত এড়াল।

লানমাখৰু চেটিয়া; হাজোৰ যুধ।

লানমাখৰু চেটিয়া পাণ্ডুত বড়ফুকন হৈ থাকিল। সমস্তে বৰু-আবোৰে গৈ হাজোক বেঢ়ি গড় দিলে। টংচু সন্দিকৈ গড় নহল মানে হাতি আগকৈ আছিল। পাচে বঙালে গড বাজ হুই সমুখে যুদ্ধ দিলে। পাছে আব্দুল ইস্লাম নাবাবত কাঁড় লাগিল; মুছুদি নবাব আগ হল। হাতিৰ কপালত গুলি লাগিল। হাতিয়ো উভতি পলাল; ঘোড়া পড়িল নটা। তেবে বঙ্গাল আপোনাৰ গড় ভঙ্গ হুই ৰহিল। আহোমেও গড় দাণ্ডি বঙালক বেঢ়ি ধৰিলেগৈ। বঙালেও ওলাই যুদ্ধ নেদি পাছেকাকুতি কৰি বাট মাগে। বোলে আমি যুদ্ধ এড়িলো; তোমৰা ধৰ্ম্ম পথ চাৰি দিয়া। আমাৰ দেশক যাও; তথাপিতো বড়ফুকনে নেড়িলে মহাৰাজাত ভয়ে। এইমতে এক মাস গল। বঙালে খাব নাপাই গড়ৰ ভিতৰতে স্নুকাই মৰে। আমাৰ মানুহে কাঁড়ৰ আগত চাউলৰ টুপলি মাৰি পঠাই; বঙালেও কাঁড়ৰ আগত ৰূপৰ টুপলি মাৰি পঠাই; এইকথা মহাৰাজা স্নুনি দাই ধৰি পঠালে। বঙালে উট, বলধি মাৰি খালে। পাছে একো মতে নোৱাৰি মুছুদিয়ে গড় ওলাই ফুকনত ৰৰিলহি। পাচে আব্দুল ইস্লাম নবাব, মিৰ্জ্জামাকে, ফজুলবেগ; মিৰ্জ্জা হুচন, চাৰাজা, মহমৎ ৰামসা, কৰ্ম্মচান্দ এই সকলো আহি ৰৰিলহি।

পাচে বড়ফুকনে সমস্তকে গড় গাঞলৈ দি পঠালে। আৰমিৰে বোলে মই পাচ্চাৰ চাকৰ, পাচ্চাৰ লোণ কেনে হাৰাম কৰিম। এই বুলি গড়ৰ ভিতৰে যুদ্ধ দি মৰিল; তাৰ লগৰ লোক সমস্তে যুদ্ধ কৰি

মৰিল। সেইবেলা হাজো উচ্ছেদ কৰি বঙালক আহোমে ধৰি আনিলে। হাতি পালে নটা, ঘোড়া চাৰি কুৰি, হিলৈ চয়সত, তৰোৱাল দুই সত, পিতলৰ বড় কামায়ন ৯।১০। ১৫৫৮ সক।

তাত পাচে ফুকনক খঙ্গে, মহাৰাজাত গোচৰ দিলে। চন্দন কাঠৰ চালপিড়া, ৰূপৰ খুৰা সোনৰ চিৰি মৰা, আৰু কচি গুটিয়া পোৱাল, মুক্তা আৰু পেৰাৰ ভিতৰ কৰি, কাপৰে ঢাকি স্বৰ্গ মহাৰাজাক লাগি পাৎসা কিবা দি পঠালে; আমাক নিদানত পৰিবৰ সুনি; মহাৰাজা পালে কি নাপালে আমিতো নাজানিলো। আৰু সুৱালকুচিয়া আঃকুৰি ঘৰ তাঙিয়ে পাৎসাৰ পাট কাপোৰ বইচিল, তাক ৰাখি দখিন কোলত পাতিলে নি; জানো মহাৰাজ্যত ঠাই নাই। ধৰিনিয়া নবাববোৰে এই দৰে কলত ফুকনক নিয়াই মহাৰাজা সুধিলে এই বস্তু সকল পোৱা আছে কি নাই। ফুকনে বোলে এই বস্তু ময়ো পোৱা নাই; আনেয়ো পাৰৰ সুনা নাই; এই কথাতে ফুকন কটা গল। তাত পাছে পিকচাই চেটিয়াক বডফুকন পাতি থলে; কতো দিন অন্তৰে মধুপুৰত গঢ দি ৰহিল হি। তাক সমুখে গৈ ডেকাদুৱাৰা টংচু সন্দিকৈ সোধাত গঢ দিলে গৈ। বঙালেয়ো খেদি আহি সোধাত তিনি প্ৰহৰ বেলা জুজিলে; পাছে বঙালে আহোমৰ গঢ দাঙিব নোৱাৰি আপুনি ভাগি বাৰে পইতাক গল। সক ১৫৫৯।

পিকচাই চেটিয়া বৰ ফুকন।
মুছলমানৰ মধুপুৰ আক্ৰমণ।

ধৰ্ম্মৰাজায়ে, খাংলাই চেটিয়ায়ে উত্তমক ভঙালে। উত্তমো পলাই বড় নগৰলৈ গল, তলৈকে দুয়ো খেদি গৈ ঘৰ পুড়িলে। তাৰ ভড়াৰৰ সকলো লুটি আনিলে। তাৰ খুড়িয়েকক লৰা তিৰুতা সহিতে বন্দি কৰি আনিলে। পাছে উত্তমে দগা দি বিস্তৰ লোকক কাটিলে। আগা মল্লাদ, জোমা, এই দুই আহি চুনৰিত গঢ় দিলেহি। লাইফংজাং ফুলবড়ুয়া, ডেকাদুৱাৰা ধৰ্ম্মৰাজা সহিতে চুনৰিতো গঢ় ভঙ্গ হল। বেকি, পোমৰা, জাখলি-

পুঠিয়া এই চাৰি ঠাইত কোঠ দিলে। আহোমে তাৰো পৰা মাৰি কাটি খেদিলে। তাত পাছে ভাটোকুচিত থানা দি ৰহিলগৈ। লাইফুংজাং ফুলবড়ুয়া খাংলাই চেটিয়া ধৰ্ম্মৰাজা এই সমস্তে কাল পানিত গড় দি সমুখে ৰহিল গৈ, যেন কাণ্ড গুলিএ নাপাই; মিতামতি হুই থাকে। এই মতে দুমাস গল।

চুনৰি, বেকি, পোথৰা, জাথলি আৰু পুঠিয়া কোঠৰ যুধ।

তাত পাছে চাজাৰ্হা পাৎসাৰ ধাইৰ পুতেক ইসলাম খা; ধায়ে পাৎসাত গোচৰ কৰিলে; আবদুল ইস্‌লামে খাইচিল একস্তন। পাৎসা চাহেবে খাইচিল একস্তন; যুদ্ধত আহোমে ইস্‌লামক ধৰি নিলে। তাৰ প্ৰতিকাৰ কবে কি নকৰে। পাৎসা বোলে ভাল মই তাৰ হাৰানা বুটলিম, মিৰ্জ্জা জাহিনা আলিয়াৰ খাঁ, এই দুইক যুদ্ধলৈ পঠালে। সেইবেলা ৰতন কন্দলি, মাধৱ কন্দলি, বিৰিনা এই তিনি কটকিয়ে ফুকনক দায় ধৰি বোলে তুমি গে গুৱাহাটিতে মাছ পছু মাৰি আছা, বড নগৰতে আমাৰ লোকজন কাটে, তেঞো তুমি বাৰ্ত্তা নোপাৱা। এই বুলি মহাৰাজাৰ আজ্ঞায়ে দায় ধৰি উজাই গল। তাত পাচে গোচৰ দিলে পিকচায়ে দেৱতাৰ কাম কি কৰিব। দুই তিৰোতাৰ দন্দ ভাঙ্গিব নোৱাৰে। আৰু ফুল পিন্ধাইহে থাকে।

এই দাইতে পিকচাই চেটিয়া ফুকনক আনি গড় কাণ্ৰত লোৱা দি থলে। পাচে সৰুচকুৱা বড গোহাঞিক পূৰ্ব্ব কথা স্মৰি পাণ্ডুত সেনাপতি পাতি থলে। সেই বেলা ফুলবড়ুয়া ৰাতি দগা দি বঙ্গালৰ দুখন গড় মাৰিলে; আপোনাৰ গঢলৈ উঠি আহিল দুপৰৰ বাট; লাইফুংজাংএ বিস্তৰ গালি পাৰিলে। ফুল বড়ুয়াক বোলে গড় মাৰিলি জে কিৱ এড়ি আহিলি। পাছে ফুকন বৰুআ উলটি ভঙোৱা গড়তে অসন্তোষ কৈ থাকিলগৈ। পাছ দিনা বঙালে ফুলবৰুআক ধৰি নিলে প্ৰথমে। আনোৱা লোক জি আছিল তাকো ধৰি নিলে।

সৰুচকুৱা বৰ গোহাঁই।

তিনি বেলি মাৰি হোহকালে। হাতেহাতে কটাকটি কৰিছে, তথাপিতো জুজ নেৰিছে। এইৰূপে তিনি প্ৰহৰ বেলা গল। তথাপিতো গড় দাঙ্গিব নোৱাৰিলে। পাছে তাৰ জি উমিৰা বোৰে যুদ্ধ কৰাইচিল। সেই সকলে উঠি ধৰিলে। আহোমৰ লোক সকল ভাগৰি আছিল। সেপকো গিলিব নোৱাৰিলে কাণ্ডগুলিও ধুকাল; কাৰো কেৱে মধ্যস্থ নহল; তেবে সকলো গড় এড়ি পলাল। আৰু দুইখন গড় বঙালৰ মাজতে নাভাগি ৰহিল। তাকো আহোমে ৰাত্রি আনিলেগৈ, সক ১৫৫৯, মা ৮, দি ২৪। পাছে দুই দিন অন্তৰে ফুলবড়ুয়াৰ ভায়েক পলাই আহিল। পাছে মিৰ্জা জাহিনা, আলিয়াৰ খাঁ, মহমদ জোমা, মঞ্চুৰ খা, ৰামচন্দ্ৰ কাজি, উত্তম, মিৰচাঁদ, দুই ঠাইৰ লোক একত্ৰ হৈ বাৰে পইতাৰ কোঠ দাঙ্গিলে। তথাপি এক প্ৰহৰ বেলা জুজিহে এড়িলে। আহোমে বিস্তৰ লোক পড়িবৰ দেখি বলে নোৱাৰি ভাগিল; পোলোঙা কোৱঁৰ পড়িল; টংচু সন্দিকৈ, লাচাম, হাৰি, এই দুই এড়াই আহিল; সক ১৫৫৯।

জি বা ভগনীয়ালোক পলাই আহিল সিয়ো পাণ্ডু পালেহি, যি সৰুচকুৱা বড় গোহাঞি সেনাপতি হৈ আছিল। তাতো বাতে ধৰিলে; এতেকে মহাৰাজা জানি, মৰঙ্গি পাত্ৰ, হড়াধৰা কোৱঁৰ এই দুইক পঠালে। সেই বেলা মলথুবছা সবো ভাগি পাণ্ডু পালেহি। সেই সময়ত মিৰ্জা জাহিনা সমে বঙালো আহি তৎকালে ধৰি লেহি। মাজত দিন ৰাত্রি গোট মাত্ৰ হল। সন্ধুকিব নাপালে। এতেকে ভগনিয়াৰ লগতে মৰঙ্গি পাত্ৰ, হড়াধৰা কোৱৰো এই দুয়ো কাজলিৰ কোঠ এড়ি কলিয়াবড় পালেহি।

পাণ্ডু, সৰাইঘাটত একাঠি কাঁৰ মাৰোতা নহল। আৰু জত নাও পাণ্ডুত আছিল সবে বঙালে নিলে। পাচে এই সকলো কথা মহাৰাজালৈ জনালে বোলে মহাৰাজা এটা দড়িআল মানুহ দিলেহে জুজিব পাৰো। পাছে ৰাজা সুনি মমাই তামুলিক

বড়ুআক জুদ্ধলৈ পঠালে। পিকচাই বড়ফুকনক জে আগে বন্দিকৈ থৈছিল, আই কুঁৱৰিয়ে মাতিলত দায় এড়ি তেওঁকে পাচিলে। উত্তৰে ফুকন সেনাপতি। দক্ষিনে মমাই তামুলি বড়ুআ সেনাপতি। সেই বেলা পৰ্ব্বতিয়া বড় গোহাঞি, দিলিহিয়া বুড়াগোহাঞি, লাকু বড়পাত্ৰ সলাৰ পৰা গল ; কলিয়াবড়ত গড় বান্ধি ৰহিল গৈ। বঙালেয়ো সোলধম মাৰেৰে গোভিটাক আহিল। ভৰৰিত পানি চাই উলতি কাজলিলৈ গল। পাছে তিনিজনা গোহাঞি ৺ৰজালৈ এই কথা জনাই পঠালে, বোলে মহাৰাজা আমাক আজ্ঞা দিয়োক ; কাজলিতে বঙালক ধৰোগৈ। এই কথা স্থনি ৺ৱে হাক দি পঠালে বোলে আন বৰুআবোৰক পঠাই দিয়োক ; দিবুৰৰ মুখত গড় দি থাকোক গৈ ; গোহাঞিবোৰ নজাব। গোহাঞিবোৰে ৰাজাৰ কথা নলৈ সন্যে সহিত খেদি গল, মহাৰাজা স্থনি গোহাঞি বোৰক ভাল নুবুলিলে।

মোমাই তামুলি বৰুৱা।

বড়ুয়াবোৰে গৈ আঠ দিন বঙালেৰে জুজিলে, দিনে সপঞ্চাচ পড়িল। ইয়াৰকুলি পড়িল ; পাছে গোহাঞিবোৰে বোলে একে দিনে বঙালক মাৰো বুলি চপ কৰে গল। বড়বৰুআৰ নাও আগে গল। বঙাল ঘুপিতে থাকিল, তাক নাজানি খেদি গল। তৰেয়ো হতাহতি জুজ লাগিল ; পাছে বঙালো ঘুপিৰ পৰা ওলাই পাছৰ পৰা বড়বৰুৱাক ভেটিলেগৈ। বৰুৱা এড়াব নোৱাৰে হেন দেখি নাওৰ পৰা উঠি দেওদি পল বোকাত পড়িল ; বঙালে পাচে পাচে খেদি গল ; মমায় তামুলি বড়ুৱাত বঙালে স্থধিলে বোলে বড়ুয়া ফুকনবোৰ কেনি গল।

কাজলীৰ যুধ।

বৰুৱা বোলে সেই বাটে গল। পাছে মোমাই তামুলি বৰুৱা পল বোকাৰ পৰা ওলাই উজাই গৈ নাৱত উঠিল। পাচে সকলো ভঙ্গ হল ; লোক জন উঠি পলাল। গোহাইবোৰো নাৱৰ ভঙ্গ দেখি গা ৰাখি আহিল। তকয়াও যুদ্ধ এড়ি আহিল। টংচু সন্দিকৈ তৰোৱালৰ ঘা পাই এড়াই আহিল।

বুঢ়া গোহাঞি মাত্র পাচত থাকি নাৱৰ লগ নেড়িলে। বিস্তৰ লোক পানীত পৰি মৰিল; নাৱৰ আহিলা পাতিও বিস্তৰ পৰিল। জেনে তেনে আহি কলিয়াবৰ পালে। পাচে মহাৰাজা সুনি যুদ্ধ এড়ি পলাই অহা দুই একক বিচাৰ কৰি কাটিব দিলে। কক চেটিয়াক বিছুয়া বড়াক, গল মলিকক আনো হাজৰিকিয়া, বড়া সয়কিয়া, বিচাৰি কাটিলে; তিনি জনা গোহাঞিকো খণ্ডিলে। ৰাজাৰ হাতি, লগুৱা লোক, কাঢ়ি আনি বৰুৱাৰ পিকচাই ফুকনৰ হাতত দিলে। গোহাঞিবোৰক আপোনাৰ বিলতিয়াল লোকেৰে থাকিব দিলে চামধৰাত। সেই বেলা বঙালে উজাই আহি বড় কৰয়নিত ৰহিলগৈ।

পাচে আমাৰ তিনিজনা ডাঙ্গৰীয়া, বৰুআ ফুকন লোক জন সহিতে চামধৰাত ৰহিল। পাচে বঙাল উজাই গৈ মৰিভৰলিৰ মুখত ৰল। বলিনাৰাণে বঙালক কিছু দি থৈ তাতে থাকিল। পাচে আমাৰ চামধৰাৰ গঢ় বান্ধিবৰ নিমিত্তে

সনাতন।

বড়ুয়া সকলৰে জুগুতি হৈ, বঙাললৈ অভয় পুৰিয়াৰ ভিতৰৰ সনাতনক পঠালে। বড়ুয়া বোলে ভাই নবাবত কগৈ, কিহৰ অৰ্থে জুজিবলৈ আহিচে। হাতি লাগে ধাৰ দিম, মৰিচ, আগৰ কাঠ, আনো জি বস্তু লাগে দিম। কিহৰ নিমিত্তে জুজ কৰিব লাগে। আক পালে আমি দন্দ নকৰো।

পাচে চামধৰাত ৰাত্রিয়ে দিনে গঢ় বান্ধিব ধৰিলে। পাচে নবাবৰ কথা যকনত কলত আকৌ পঠাই দিলে। স্বৰ্গ মহাৰাজাৰ পাটলৈ চয় মাসৰ বাট। আমাক দিন দিয়োক। নবাবে সুনি তিনি পখলৈ দিন দিল। নাৱৰ পৰা বৈচা অটি পলাই ৰল। কটকিয়ে নপাই গুচি আহিল; পাচে সেই মানুহটিক নবাবৰ আগ কৰিলে। কটকিয়ে যি কইছে হয়নে নহয়; তঞি কি জান; সি বোলে সকলো মিচা। তোমাক আসা দি চামধৰাত গঢ় বান্ধিব ধৰিছে। পাছে তাক ৰোজ বাজ দি ৰাখি থব দিলে। আমাৰ

কটকিএ বৰুৱাত কথাবাৰ্ত্তা কলেহি ; মানুহটি থাকিবৰ কথা ৰজাত অসন্তোষ কৰিলে। আকৌ কটকি পাচিলে বোলে হাঁতিৰ দান্ত চাৰি বৰাৰ দাতকো নিদিও ; আগৰ কাঠ চাৰি, জগা কাঠকো নেদিও ; মৰিচ চাৰি তাৰ চেইকো নিদিও। ভাল, যুদ্ধ কৰিবলৈ আহিচে যুদ্ধ কৰোক ; কটকিক থংকৈ পানীত পেলাব দিলে ; পাচে পানীত পেলালবত আমাৰ চকিয়ালে নাৱত তুলি আনিলে। বড়ুয়া সুনি সুধিলে তঞি জেতিয়া আহিলি সকল হল ; গড় বন্ধাও হল।

এই যুদ্ধৰ বেৱস্থা ৺দেৱতালৈ জনালে আৰু আহিলা পাতি ধুকাইছে। ৺বোলে এখেতো আহিলা পাতি যত্ন কৈ দি পঠাম, যুদ্ধ নেডিব। পাচে দক্ষিণে বড়ুয়া, সৰ্দাৰ ; তিনি গোহাঞি চামধৰাৰ পুবে আছে। পানীত পিকচাই সৰ্দ্দাৰ। প্ৰথমে বঙালে বড গোহাঞিৰ গড়ত ধৰিলে ; নাৱেও চাপি ধৰিলে ; চাৰি দণ্ড বেলাৰ পৰা গধুলিহে এড়িলে ; উত্তৰ কোলে বঙালৰ সৱ গড়খাৱৈ উপচি গল। দখিন কোলে জুদ্ধ নহল। এনেতে পানীত এটা যুদ্ধ কৰিলে। বঙ্গাল চামধৰাৰ পৰা উজাই আহি দুই মুনি শিলা পালেহি। গণকৰ ডেকাপানিফুকন, মমাই তামুলি বৰুআৰে নপড়ে।

চামধৰা যুধ।

পিকচাই ফুকনে বোলে, বড়ুআক বোলে, আমি ৰণ হাৰিলো। বড়ুআ বোলে পানিফুকন নাইকিচে : কিয় ৰণ হাৰিম। ফুকনে বোলে হাৰিবলৈ কি আচে ; বঙাল উঠিলগৈ। পাচে বৰুআ ৰণ ধৰিলেগৈ। বঙালক কাটি মাৰি ভঙাই নিলে। লুইতে তেজ বহি গল। বঙালে নাৱে নোৱাৰিলে। গধুলি ভৰৰিৰ পাব হৈ ৰহিল। সক ১৫৬০। পাচে মহাৰাজা সুনি পানিফুকনক কৰতে চিৰিব দিলে। পুনৰ্ব্বাৰ বঙ্গালে উত্তৰ কোলে চাৰি দণ্ড বেলাৰ বাট জুৰি গড়ত ধৰিলে। আমাৰো তিনিজনা গোহাঞি বড়ুআ ফুকন সহিতে সমস্তে ও প্ৰাণক টাঙ্কি জুদ্ধ কৰিলে। বঙাল যদি ইফদ পড়ে

আৰু ফইদে উঠি ধৰে। এই মতে বাবন্মাৰ জুজি বঙাল পড়িল।

দুই মুনিশিন্নাৰ মৃধ।

চৈয়দ কাণ্ডি এক চিপাই মৃত্যুক নগনি গড় উঠিলহি। তাক তৎকালে মাৰিলে। পাচে দিকৰাই নদি গড়খায়ে বঙালৰ সৰে উপচি গল। সেই সময়ত আহিলা পাতিও কিচু ধুকাল। গোবৰ সহিতে পানী তপতাই লাঢ়নিৰে মাৰিচে। দিঘল জোৰ লগাই ডাডিত জুই দি, হিলৈএৰে খেদাই বঙাল খেদিলে। পাচে তিন দিন অন্তৰে মিৰ্জা জাহিনা, আলিয়াৰ খাঁ, মহম্মদ জোমা, মাচিম খাঁ, ইচ্চপিঞ্জৰ, মিৰচাঁদ, প্ৰাণনাবান, ৰামচন্দ্ৰ কাথি, উত্তম, এই সমস্তে ভাগি গল। গুৱাহাটিত আলিয়াৰ খাঁক থৈ বোলে আসামক একো প্ৰকাৰে জে নোৱাৰোঁ, আহিলাপাতিও ধুকাল মই পাৎসাৰ ঠাইক জাওঁ। জিৰূপে গুৱাহাটিত লোকজনসহিতে ৰহিবি সেইৰূপে কৰিবি। এই বুলি জাহিনা ভটিয়াই গল।

আমাৰো চকি কাজলিত দিলেহি; মমাই তামুলি বৰুআ আগৰ কাঠ, হাতিদাঁত, জালুক, চকিয়াল দৰিকিয়াল হাজৰিকালৈ দি, ফুকনে নজনাকৈ বেহা কৰাই তাৰ জি বস্তু পাই মোমাই তামুলি দি, বৰুআত দিয়েগৈ। বঙালেও আলিয়াৰ খাঁত বৰুয়াৰ অনুমতিএ হাজৰিকিয়া বঙালৰ চকিয়ালক বোলে তোৰ মানুহ বেহাকিনা কৰিবৰ সুনিলে, ফুকনে আমাক কাটিব; আলিয়াৰ খাঁ সুনিলে তোহতক নেডিব। তোহতে নবাবত জনাবি। ময়ো বড় ফুকনৰ ঠাইত জনাওঁ। পাচে চেক মেদা কটকিত কৰি দুই ঘোড়া দি পৃতি হল। আমাৰ কটকি সনাতন, চলাৰ কানু সততে গতাগত হল। ভেলাইক দুঅৰিয়া পাতি দিলে। বঙালৰে সাউদৰ টোলত হাট হল। অসুৰৰ আলি বৰনদীক সিমা কৰিলে। পাচে চেকমেদা আহি গড়গ্ৰামলৈ গল, স্বৰ্গ মহাৰাজাৰ পাত্ৰমন্ত্ৰিৰ বলাবল বুজিবৰ অৰ্থে। সি উলটি গৈ আলিয়াৰ খাঁক কলে বোলে বুঢ়া

দুয়োপক্ষৰ পক্ষত সন্ধি স্থাপন।

অসমৰাজ্যৰ সামা।

ৰজা নহয়, সাক্ষাত মহাদেৱ; মোমাইতামুলি বৰুয়া নহয়, সাক্ষাত্ত নন্দি।

এই দুই থাকে মানে সি ৰাজ্যলৈ মুখ কৰিব নোৱাৰি। তাত পাচে আলিআৰ থাঁএ ভেলাইৰ হাতত কচি গুটিয়া মুকুতা এধাৰ দিলে। ভুঅৰিয়াএ বোলে ইয়াক কিয় দিছে; নবাবে বোলে ৰাজাক দি হাতি পাহতে আমিবী; সেই মুকুতা ৰজাক দেখালে। ৰজাবোলে কিয় দিছে; ভেলাইয়ে বোলে ইয়াকে দি হাতি মাগিছে। ৰজাবোলে বৰুআক দেখোৱা আচে নাই; সি বোলে দেখোৱা নাই; ৰাজা বোলে ফুকনৰ হাততে দিবি নি। ফুকনে জি বোলে তাকে কৰিবি। এই কথা ফুকনে আগৈ সুনিলে। পাচে ভেলাই গৈ মনি দেখালে।

কঁথাবাৰ্ত্তাকো কলে; ফুকনে খংকৈ ভেলাইক বাৰে কুড়ি কিল মাৰিলে। লগতে বেজ চাবলৈ দিলে; পাঁচ দিনৰ মূৰত ভেলাই ভাল হল। ফুকনে বোলে মনি ওলোটাই দিবি নি; সি সোধে হতে কবি ডাঙৰিয়াৰ লৰাৰ ভৰিত, সোনেৰে জি মুকুতা পিন্ধাইচে তাতকৈ গুন পানিৱো নাই। মুকুতাও সৰু এতেকে নেদেখালো আৰু স্বৰ্গ মহাৰাজাৰ দেশত হাতি ধৰে। কোনো দেশত ভাল হাতি পালে কিনিয়ো আনে। নাৱত হাতি তোলে, নাৱ যিমান বহে, তাতে চিন দি, সেই প্ৰমানে ধন দমাই পালে এনে মূল্যে কিনে। আলিয়াৰ খাত এইৰূপে কবি; এই বুলি পঠালে। ভেলায়ে এইৰূপে কলত নবাবে বোলে সকল কথা বুজিলো; সক ১৫৬০, ৯ম ৪। সেই দিনৰ পৰা ভগনিয়া ৰজাৰ দিনলৈকে পতিতে ৰহিচিল।

---

# অষ্টম অধ্যায়।

আলিয়াৰ খাঁ নবাবৰ পাচে ; মিৰ্য্যা হসন ; তাৰ পাছে চৈয়দ হসন ; তাৰ পাচে চৈয়দ কুতুপ। আকে নাককাটা হুচনো বোলে ; তাৰ পাচে মিৰ্য্যানাথুলাৰ দিনত অপৃতি হল। নাথুলাএ কৰ তুলিবৰ কাৰণ বেহাৰলৈ পিয়দা পাচিছিল। পাচে প্ৰাণনাৰানে পিয়দাক খেদি পঠালে : সি আহি নবাবত কলত স্থনি থাকিল। পাচে উত্তমৰ বেটা দুৰ্লভনাৰান নাম ললে। তাক স্থনি প্ৰাণনাৰান ৰাজা নসহিল, মোৰ সি জিয়ৰিৰ কৰা নফৰে বড নাম কিয় লই। এই বুলি তাক ধৰিবলৈ ভৱনাথ কাৰ্জিক পঠালে। সিয়ো আহি হাজো পালে। আমাৰ ফুকন, ৰাজখোৱা ফাকু যাত্ৰা কৰিবলৈ কলঙত নাৱৰ মাৰ বান্ধিলে। নাথুলা বোলে বেহাৰৰ পৰাও আমাক খেদি আহিচে ; আসামেও দলং বান্ধি ধৰিবলৈ মন কৰিছে। মই কোন দিকি জুজিম। এইবুলি পুতেক জান্ধলাক ভৱনাথ কাজিক আগভেটি ধৰিবলৈ পঠাইছিল। বলে নোৱাৰি জান্ধলা পলাল।

মিৰ্য্যানামুলাৰ লগত যুঁজ হোৱাৰ কাৰণ।

দুৰ্লভনাৰান পলাই আহি মহাৰাজাত সৰণাপন্ন হল। সেইসময়ত একাদশ, চতুৰ্ভুজ, দুই কটকিক নাথুলাৰ ঠাইক পঠাইচিল। দুই কটকিৰ ২ খান নাও, নবাবৰো জি নাও আছিল সেই সহিতে দক্ষিন কোললৈ ভাগি গল। কটকিএ নাথুলা ভাগি জাবৰ কথা নকলেহি। ৰজাৰ সহুৰ বৰফুকনে চকিআলৰ মুখে স্থনি জনাই পঠালে ; আমি

গুৱাহাটি লগোহি। এই শুনি ৰাজা বোলে বঙালক যিমান পাৰে খেদি নিয়োক। দুই কটকিকো এখেনে দি পঠাওক। এই কথা শুনি টংচু সন্দিকৈয়ে দুৰ্লভক ৰক্ষা কৰো বুলি নাৱত হিলৈ বান্ধি অস্ত্র সস্ত্র সাৱধান হৈ খেদি গল। আনো ফুকন ৰাজখোৱা খেদি গল। গুৱাহাটিত বঙালৰ বস্তু পালে। ঘোড়া পালে ১৪০, বড়কামায়ন হিলৈ ৪০, ক্ষুদ্র হিলৈ ২০০, দুই সত ; সক ১৫৮০, এই সকত গুৱাহাটি ললে, আৰু পাৎচাৰ ভাণ্ডাৰতো জি বস্তু আছিল সকলো পালে।

গুৱাহাটী অধিকাৰ।

তাত পাচে ভবনাথ কাৰ্জি, দুৰ্লভনাৰাৱনক নাপাই হাজোত কোঁঠ দি আছে ; কাৰ্জিএ বোলে প্ৰাণনাৰানৰ পদকিয়া দুৰ্লভ নাৰানক এৰি দিওক। এইবুলি মানুহ পঠাই খুজিলে। ফুকন বোৰে বোলে সৰনাগতক কিয় এৰি দিম। পাচে খুজি নাপাই সি আমালৈ ছিদ্ৰ চায় ; আমাৰো আগিয়াছুটিৰ নামে তলতিয়াৰ সোঁতে গৈ ভৱনাথ কাৰ্জিক হাজোত খেদি ধৰিলেগৈ। বৰ দেৱনিয়াও চাপি ধৰিলে। আমাৰ হাজৰিকিয়া, কঁচি হাজৰিকিয়া, পড়িল ; আৰু বাৰুৱতি দুটাও পড়িল। লোকজনো কিচু পড়িল। তাত পাচে সাতদিন অন্তৰে জুজে নোৱাৰি ভবনাথ কাৰ্জি ভাগি গল। সক ১৫৮১। পাচে চঁপাগুৰিৰ গড় মাৰিলে ; দিহিঙ্গিয়া লাপিতি ফুকন, বাদুলি ফুকন, ফুলবৰুয়া, তামদলৈৰ পুতেক, লোক জন সহিতে ভবনাথ কাৰ্জিক খেদি গৈ নাপাইলে। মানাহাৰ পাৰ লুই বল : শ্ৰাবণ মাস ১৫৮১।

ভবনাথ কাৰ্জিৰ লগত যুঁজ।

পাছে দেৱতা মানুহ পৰিবৰ সুনি, ফুকন বোৰক দাই ধৰি বোলে ভবনাথক খেদি গৈ নধৰিলি কিয় আৰু বঙালৰ বস্তু মই আদখিনি হে পালো। এই বুলি টংচু সন্দিকৈ, দুৱৰা গোহাঞিৰ পুতেক সদা ডেকাক, কৌপতিয়াক, এই সকলক ৰজাহাটত লোৱা লগাই থব দিলে। সেইবেলা চন্দ্ৰনাৰানৰ পুতেক জয়নাৰান, বঙালৰ পৰা ভাগি আহি মহাৰাজাৰ ঠাই সৰণাপন্ন

জয়নাৰায়ণ।

হল‍ হি। ৺দেওতাক বৰজনা আইকুৱৰিৰ হাতে বিয়া দিয়াই বস্ত্ৰ দ্ৰব্যাদি দি ৰাখিলে। আত পাচে জয়নাৰানক ৰাজা পাতি থলে, ঘিলা বিজয়পুৰত।

আত পাচে ভবনাথ কাজি মানাহাৰ সিপাৰে আছে। আমাৰ বোৰেও যুক্তি হুই খেদি যাব খুজিলে। জয়নাৰানে বোলে তোমালোক মানাহাৰ পাৰ হুই যাব নালাগে; ভৱনাথক মই মিল কৰাই দিম। এইবুলি জয়নাৰান আগ হুই গৈল। পাচে ভবনাথক ধৰাব নোৱাৰিলে। সি নবৰে দেখি আমাৰো ইপাৰৰ পৰা গুলি মাৰিব ধৰিলে; সিহৰ্তেও গুলিযাব ধৰিলে। পাচে ভবনাথ ধৰ্লে নোৱাৰি ভাগি গল। পাচে মহাৰাজা এই কথা শুনি বোলে ভবনাথ যে ভাগি গল, তাক খেদি নধৰিলি কিয়।

এই দায় ধৰি লাখটকিয়া বড়ুআ, চিৰাইবডা, লাচাম নেওগ এই তিনিক গাহৰি সজাত ভৰাই আনিব দিলে। পাচে ৺দেৱৰ

জয়নাৰান পলাল।

খঙনি পাই বডফুকনে জয়নাৰানক বোলে। সি যে ঢেকেৰি জাতিএ ভৱনাথক ধৰাই দিব খুজিলে, এতিয় ধৰাই দিব কিয় নোৱাৰিলে। এই বুলি তাৰ তামুলি সনাতনক কাটিলে। এই কথাতে ভই, অপমান পাই জয়-নাৰান পলাই গল; সক ১৫৮১।

পাচে ফুকন বোৰে খেদি গৈ বিজয়পুৰৰ গড মাৰি ললৈগে। তাত পাছে লোহিত্যৰ উত্তৰে জগিৰি ঘোপা (?) তাৰে নাম ৰঙ্গা

বিজয়পুৰ গড— ৰঙ্গামাটি।

মাটি। তাৰ নামে সৰুসোনকোহ। তাৰ নামে বডসোনকোহ। তাৰ নামে ঘিলা বিজয় পুৰ। তাৰ নামে ধুবুৰি। তাৰ নামে বৰিতলা। লুইতৰ দখিণে শ্ৰীসূৰ্য্য। তাৰ নামে জিঞাঁ পৰ্ব্বত। তাৰ নামে সেৰপুৰ পৰ্ব্বত। হাতিচলাতে চকি দি লাপিতি ফুকন আছিল, শ্ৰীসূৰ্য্যত কোঁঠ দি থাকিল। লৌহিত্যৰ উত্তৰে পঞ্চৰতনত কোঠ দি বাতুলি ফুকন থাকিল: বড ফুকন গুৱাহাটিত থাকিল।

আত পাচে জয়ধ্বজসিংহ মহাৰাজা বোলে ঢেকেৰিৰ পৰাহে বিবাদ মুগুছে।

এই বুলি কামৰূপত জত ঢেকেৰি আচিল সবাকে সকসোনকোহ পৰ্য্যন্তে আহোমে ডকাই আনিলে। মেথি দেৱলিয়াবোৰ মাত্ৰ এড়িলে। বড়পেটাৰ বাসুদেৱ গোসাঞিক নিলে। চান্তাখাঁই হৰিগতি কটকিক পঠাইছিল ঢকা মাৰে বুলি। ধাৰন বাৰ বুজি আছিল। আত পাচে অৰংচা পাচ্চা বোলে মজুমখা, চুজাক খেদি যা। চাৰিকুৰি হাজাৰ চিপাহি লগত দি, আৰু অনেক ৰাজানবাবক লোক লস্কৰ সহিতে পঠাই দিলে। পাচে মজুমখাঁ সুজাক নাপাই পাচ্চালৈ জনাই পঠালে। বোলে সুজা সাগৰৰ দীপত ৰখাংত সোমালগৈ। আসামে মিৰ্জানাথুলাক খেদি গুৱাহাটি ললে। তাকে খেদি যাওঁ।

পাৎসা বোলে যাওক। পাচে কতোদিন অন্তৰে মহাৰজা ঢকালৈ কটকি পাচিলে। ৰাজা বোলে পাচ্চা সহিতে সমস্ত কালে প্ৰিতিতে গৈছে। এখন ঢেকেৰিয়ে মাজত কন্দল লগাই হে খেদিলে গুৱাহাটিৰ পৰা। নাথুলা বোলে ভৱনাথ কাজ্জিএ মোক ভয় দেখাই খেদাবৰ হই এই কথা সুনি মিৰ্জ্জামুলা নবাবে কটকিৰ আগত বুলিলে; তোমৰা গুৱাহাটি এড়ি জা; তবে গো ব্ৰাহ্মন নৰনাৰি প্ৰজাৰ কুশল হয়। জদি ছাড়ি নাজাই এই সকলৰ বধ ভাগি তোমৰা হৈবি; এই বুলি, লালবেগ হৰিৰাম ৰাইক লগত দি দুয়ো উকিলত কৰি বুলি পঠালে। পাছে উকিল আহি লাপতি ফুকন, বাদুলি ফুকনৰ ঠাই পালেহি। তাতে লালবেগ হৰিৰাম ৰাইক ৰাখি বড়ফুকনলৈ জনালে; পাচে বড়ফুকনেও মহাৰাজাৰ আজ্ঞায়ে এইবুলি বিদায় দিব দিলে। পাচে লাপতি ফুকনেও হৰিৰাম ৰাইক তুলি বোলে ঐ হৰিৰাম ৰাই, তোতকৈ গো ব্ৰাহ্মন ৰাজ্যৰ নিমিত্তে জি কৈছে, ই কথা আমাত কব নাপাই। বড়দেৱানিয়াক হে মাৰি লৈছোঁ। তেঞ্ৰোঁৰ আমাৰ তো কন্দল নহয়। প্ৰিতিহে আচে। এই বুলি তাৰ লগত দুটা মানুহ দি

বিদায় দিলে। পাচে হৰিৰাম ৰায়ো গৈ নবাবত জনালত নবাবে বোলে আসামৰ দুই আদমিক পঠাই দি বোলে ভাল এখন তোমহিমক যাওঁ। বড়দেওনিয়াৰ সাফ হলে ইয়াৰ খবৰ পাবি। এই বুলি পঠাই দিলে। পাছে পুনৰ্ব্বাৰ বড়দেৱনিয়াক মাৰি ভৱনাথ কাৰ্জ্জিক লোকজন সহিতে ধৰি আনি, পাচে হৰিৰাম ৰাইক পঠাই বোলে এখন বড়দেৱনিয়াৰ সাফ হল।

আমাৰ গুৱাহাটি এড়ি দিয়োক। এই কথা লাপিতী ফুকনেও বড়ফুকনলৈ জনাই পুনৰ্ব্বাৰ তাক তুলি বোলে, ৰাজ্যৰ কাৰন জি কৈ পঠাইছে, পৰমেশ্বৰ বিধতা অনুকুল হৈ আমাক দিছে। তাক্রিঁ খুজিলে কিয় পাব। হস্তিৰ দাঁন্ত ওলাই পুনৰ্ব্বাৰ সোমাবৰ কৈত দেখিছ। এইখান নবাবত কহিবি। হৰি ৰাম ৰাই বোলে উত্তম জনে বচন বুলি ৰক্ষা কৰন হে জুক্ত ; বচনতো ৰক্ষা নহল ; হস্তিতো পসু আক মনুষ্যে মাৰি দান্ত লয়। পাচে হৰিৰাম ৰাই বাসাক আহিল ; তাক ধাৰনে বোজ দিলে ; ৰোজত জিয়া পছু দিল অটি। পাচে হৰিৰাম ৰাই দেখি পহুৰ গলৰ ডোল মেলি বনলৈ মেলি পঠালে। বোলে পছু তোমাক ভোজন কৰিবৰ কাৰণে দিলে। বনলৈ কিয় খেদিলা। হৰিৰাম ৰাই বোলে ভাই দিনচাৰেক কষ্ট পুষ্ট হৈ থাকোক। অনেক সৈন্য হস্তি ঘোড়া বন্দুক-দাৰি এই সকলৰ আগত পছু জুথে জুথে পড়িব। আক পাম আৰু কটকিএ বোল এক বচন সুন ; মইৰা কুকুৰা দুই পক্ষিৰ যুদ্ধ লাগিল।

পৃথিবীত পড়িলে জল নিকলে। পৰ্ব্বতত পড়িলে পৰ্ব্বত চুৰ্ন্নাকৃত্য হয় ; সৃষ্টি নষ্ট হৈ হেন দেখি বিধতা আহি তাৰে নিৰ্ব্বলি পক্ষিক বোলে তক্রিঁ যুদ্ধ এড়। সকলো লোক সুখে ৰহোক। বিধতাৰ বচনে যুদ্ধ এড়িলত

লাপিতী ফুকন।

সকলো সুখে ৰহিল। আপোনাৰ দেহো ৰক্ষা গল ; এই বুলি উকিল গৈ, মজুম খাঁৰ ঠাইত কথাবাৰ্ত্তা কলত মজুম খাঁ বোলে লাপিতি ফুকন বয়সতো বৃদ্ধ, গাটিও সুন্দৰ ; কথা নৰবক চাওতে

জেন, পাঁচবচৰীয়া বালক আৰু কয় ফুকনৰ মুখ স্নুকবৰ সদৃশ কথাক চাই।

এই বুলি সসৈন্যে খেদি আহিল। আহিবৰ দেখি, আমাৰ দুই ফুকনে লোকজন সহিতে সোনকোহৰ কোঠ এড়ি, মানহাৰ মুখৰ পঞ্চৰতনত কিচুমান যুদ্ধ কৰি ৰহিব নোৱাৰি ভাগি উজাই পাণ্ডু, সৰাই ঘাটতো আহোমে মুজুজি চামধৰালৈ আহিল; জতে জি থাকিল তাকো আনিব নোৱাৰিলে। সক ১৫৮৩। সমস্তে লোক যদি চামধৰালৈ ভাগি আহিল, সেইবেলা নেওগৰ পুতেকক সেনাপতি ভাঙ্গিলে; উত্তৰে কোলত চামধৰাত বাৰুকিয়া বড়গোহাঞিক সেনাপতি পাতিলে। দখিন কোলে ঘোড়া কোঞৰ প্ৰমুক্ষে বুড়াগোহাঞি, বড়গোহাঞি বডপাত্ৰ গোহাঞি আনো বিস্তৰ লোক আছে। সেইবেলা মজুম খা দৰঙ্গিৰ ৰজাৰ, লোক সহিতে গৈ সৰিসতলিত বল। ফুকন বোৰালে কলে। মই উত্তৰে নাজাওঁ, দখিনে যুদ্ধ দিওক। খাগৰিজানত নৰ্গয়াই পাম লৈচিল। সিহতত সুধিলে কোন পোনে গঢ় উঠিব পাৰি, সিহতে বোলে উদমাৰিএ গড় নাই। সেই পোনে উঠিব পাৰি।

পাছে বঙালে দক্ষিণ কোলে যুদ্ধ দিলে। সেইবেলা ৰজাসহুৰ বৰফুকনে, ঘোড়াকোৱঁৰ ফুকনে মানুহ পঠাই উত্তৰ কোলে বঙালক নেদেখি, বড়গোহাঞিলৈ মানুহ খুজি পঠালে; গোহাঞে দিব খুজিলে। লগৰ হাতিমুৰিয়া হাক দিলে; মহাৰাজা দুয়ো পাৰে মানুহ বাটি দিছে। বঙালে ধৰিলে আমি কিৰূপে বম। এই সুনি গোহাঞে মানুহ নেদিলে। দক্ষিনে পাঁচ দিন জুজ হল; লাচাম হাৰি প্ৰমুক্ষে চাৰি হাজৰিকিয়া পড়িল। তথাপিতো আহোম জয় নহল; বঙাল গড় উঠিল; তৰে ভঙ্গ দেখি নাৱৰ লোকো ভাগিল; বঙাল সলা পালেহি।

উত্তৰ কোলে জুজ নহল। ভাগি জাওতে পাঁচস মান মানুহ বঙ্গালে বেঢ়ি ধৰি কাটিলে। আত পাছে যুদ্ধৰ বেয়ম্বা দেৱতা সুনি,

দেৱতা খংকৈ গড়গঞা জনা ৰজা সন্তৰক বড়ফুকন ভাঙ্গি নামনিয়াল ৰজাসন্তৰক মানুহ পালিব পাচিব দিলে ; বড়গোহাঞি ভাঙ্গি, গিদামুকলি গোহাঞিক বুড়াগোহাঞি পাতি উত্তৰ কোলৰ সেনাপতি হৈ থাকিব দিলে। পাচে গোহাঞি বোৰ প্ৰমুক্ষে যত ফুকন ৰাজখোৱা সকলো ভাগি গল। হাতি ঘোড়া বারু, হিলৈ, আৰু যত আহিলা পাতি সমস্তে বঙালে পালে ; সক ১৫৮৩। ফাগুন মাস, দিন ১০।

বঙালো লখৌ পৰ্য্যন্তে আহিল ; আহোমেয়ো উলটি জুজোতা নহল ; ভাগি দিসাদিসি গল। এতেকে বুঢ়াগোহাঞি, বড়পাত্ৰ গোহাঞি, নামনিয়াল ৰজাৰ সন্তৰ, ভিতৰুৱাল গোহাঞি তামদলৈৰ পুতেক এই সকলক গড়গাঞতে থৈ, মহাৰাজা নামৰূপলৈ যাওতে বকতাত এদিন আছিল। সেই ৰাত্ৰি বৰিসন বতাহ আনিলে।

মুছলমানৰ লখৌত প্ৰৱেশ।
জয়ধ্বজ সিংহ নামৰূপলৈ গল।

ৰাজাএ আইকুঞৰিএ বোলে দুয়ো দুখ কৰি বোলে কামৰূপ ৰাজ্যত সাপে চুলে। তইঁতেও সকলে উদগালি, যদি তুই একে হাক দিলি হতে মইনিকি এনে কাম কৰোঁ। এই বচন ৰাইচাত বুলি, আৰু বোলে ফুকনে মোলৈ জনাই আছিল ; বছৰি দুঠাইত একো চপৰা মাটি দিয়া হলে মোৰ এনে অৱস্থা হয়নিকি। এই বুলি অসন্তোষ কৰি নামৰূপ সোমাল গৈ।

তাত পাচে গোহাঞি বোৰে গঢ়গাঁৱৰ পৰা বাঁহবড়িয়া কটকি ভেলাই পুতেক, লখন, তামুলি, ভাবৰিয়াল বামুন, চয়াল মুদৈ এই পাঞ্চক বঙালৰ গালৈ পঠাই দিলে। বোলে আমি যি হয় পেচকোচ দিও, সিবোৰে সেই ঠাইতে ৰহোক। পাছে সিবোৰ গৈ দেৱৰ গাঞত বঙালক এই কথা কলত মজুম খাঁ বোলে তহত সুধা মানুহ ; তহতৰে কি কথা হম। নহয় বা তিনি জনা গোহাঞিৰ। নহয় বা ফুকন বোৰৰ এজনা আহিব ; তেহে আমি কথা হম। এইবুলি ইহতক বিদায় দিলে।

দেৱৰ গাঞত মজুম খাঁ।

চায়াল মুদৈএ জবাব দি নবাবত কলে, জংঘল ছাড়িলা মুকলি পালাহি। গড়গাঞঁৰ পাটত হস্তি, নাৱ, হিলৈ আনো অনেক বস্তু পাবা। এইকথা সুনি খেদি আহিল। পাছে কটকিও গৈ এই কথা কলত ভাঙ্গৰীয়া বোৰে আলচ কৰি ফুলবড়ুয়া কোপতিয়া, সনাতন কটকি, ক্ষেত্রি পুতেক, এই চাৰিক সন্দেস পত্র দি পূৰ্ব্বধাৰনে পঠাই দিলে। গজপুৰত লগ পালেগৈ। ইবোৰে কলত খানখানাই কথা নামানি কলিয়াবৰ, লখৌ, দেৱৰ গাঁঞ, গজপুৰ, চিনাতলি, এই পাঁচ ঠাইত পাঁচ উমিৰাক থৈ গড়গাঞলৈ উজাই গল। চয়াল মদৈ ৰচিত খাৰ লগতে ফুৰে; বড়নাও সালিৰ নাও দেখি বড় ৰং কৰিলে। বঙালে নাও নিয়ে বুলি নাও সালত জুই লগালে। জুই লগাবৰ দেখি বঙালে আটাস পাৰি ফুৰে।

চয়াল মুদৈক নাওসালিত দেখি এইএ জুই লগালে বুলি বঙালে ফাহি দি মাৰিলে। পাছে বুড়াগোহাঞি, নামনিয়াল ৰাজাৰ সহুৰ এই দুইক মহাৰাজা তিপামৰ পানিফাটত থাকি বঙালক দগা দিব দিলে। গড়গঞা ৰজাৰ সহুৰেকক, চেঙধৰা বড়ুয়াক, পুংডাঙ্গত থাকিব দিলে। মহাৰাজাৰ লগত বুঢ়া গোহাঞিৰ পিতৃ বাঁহগড়িয়া গোহাঞি, নেওগ, আনো দুই এক বড়ুয়াক থাকিব দিলে। পাছে বঙালে চৰগুয়া, চাৰিং, সিলপানি, গড়গ্রাম, পৰ্ব্বত, এই পাঁচ ঠাইত পাঁচ উমিৰাক থৈ খানখানা বাকোবাড়িত ৰহিলগৈ।

তাৰ পৰা এক উমিৰা বলকুত্তমত ৰহিলগৈ। তাত পাচে বলকত মৰফোদক খেদি উত্তৰে দিলিহ সিমা কৰি বুঢ়া গোহাঞি ৰহিল।

শিলিখা তলত হোৱা যুধ।

গড়গঞা ৰজাৰ সহুৰ ৰহিল কেন্দুগুড়িত ডাৰিকাৰ পোনে। পাচে আহোমে বঙালৰ দুই চাৰি লোকক জতে পায় ততে কাটে। তথাপি বঙালৰ বলক্ষীন নহয়। পাছে সোঁড়াগুড়িৰ পোনে তামদলৈৰ পুতেকক ভঙালে। এই দেখি দিহিং আগ কৰি বুঢ়া গোহাঞি ৰহিল। তিপাম, চিনাতলি, চাৰিং, সিলপানি, পৰ্ব্বত, গড়গাঞ, চৰগুৱা, এই সকলৰ উমিৰা

এঠাই ছুই সিলিখা তলত গৈ মুৰকটাৰ পোনে বুঢ়া গোহাঞিৰ গড়ত এক প্ৰহৰ বেলি হলে নাৱে তৰে চাপি ধৰিলে গৈ ; বঙালৰ এক উম্বিৰা পড়িল। আনো লোক বিস্তৰ পড়িল। পাচে কাণ্ড গুলি ঢুকালত চয় দণ্ড বেলা আছোতে বুড়া গোহাঞি ভাগি ৰামৰ পানিফাটত ৰহিল গৈ। তাত পাচে বাদুলি ফুকন ৰাজাতকৈ পাচ হল। পাচে ৰাজাৰ লগলৈ যাওতে বাটত সুনিলে, ভনিএক আই কুঞ্চৰিয়ে কলে, কুকৰা চোৰাত কৈ তোমাক দেৱতা খং কৰিছে বঙালত বড়িল বুলি।

এইকথা সুনি বাদুলি ফুকন সিলিখা তলত খানখানাত বৰিলগৈ ; পুসমাস। খানখানা বাদুলিক লগত লৈ সলগুৰিত ৰহিল গৈ। পাচে বাদুলিএ বোলে মহাৰাজাক, ফুকন বোৰক ধৰিদিম। খানখানা বোলে ভাল তোক এই ৰাজ্যতে অধিকাৰি পাতিলো। এই বুলি বঙালে বাদুলিক কেঁকোৰা দোলাত তুলিলে ; ৰজাৰ ঘৰতো আছিল। সেইবেলা সিলপনিয়া বামুন ৰাজখোৱা আৰু মঁৰাৰ জগত ডেকা কেকোঁৰা দোলাত তুলিলে ; এই দুই ৰঙালত বৰিলগৈ ; বৈসাখ মাস। মিৰ্জ্জামুলা বকোবাড়িৰ ওপৰে লাকনি কাথৰত থনা দি ৰহিল।

বাদুলি ফুকনৰ কুচক্ৰ।

অভয়পুৰ দিহিং আদি কৰি গুৱাহাটি পৰ্য্যন্তে জৱন ব্যাপি আছে। পাচে আহোমৰ সেনাপতি সকলে য়োলাই নাৱেতৰে জৱনক যতে পাই ততে দগাদি কাটিছিল। দক্ষিন কোলে, উত্তৰ কোলে বঙালক অবিছেদে কাটে ; এই মতে ন মাস গল। তথাপি জৱন বিমুখ নহল। সেইবেলা মহাৰাজা জৱনক ধৰিবৰ মনে চপাতলিলৈ ওলাই আহিল।

মুছলমানৰ অসম অধিকাৰ।

পাছে বঙালে বাৰ্ত্তা পাই খেদি গল। দিহিংএ উজাই ৰজাক ধৰিবৰ মনে ৰাজা পুনৰ্ব্বাৰ নামৰূপলৈ গল। তাত

পাছে মিৰ্জ্জামুলা চপাতলি তিপামক গল। সেইবেলা বুড়া গোহাঞি লোকজন সহিতে আগ ভেটি যুদ্ধ দিলে। বলে মোৱাৰি ভাগিল; আনো লোক বিস্তৰ জবনত ৰহিল। দিহিঙিয়া লুথুৰি চেটিয়াক, দয়ঙ্গিয়া বড় গোহাঞিক আপোনাৰ লোকে ধৰি দিলে। পাচে নেওগৰ পুতেক ফুকনে দলাল খাৰে প্ৰিতি হল। সেইবেলা বেজদলৈৰ পুতেকে নেওগৰ পুতেকে দন্দ কৰিলে।

টিপামত মিৰ্জ্জুমলা।

পাচে নেওগৰ পুতেকে ৰজাত লগালে। ৰাজা বেজদলৈৰ পুতেকক কাটিলে। সেইবেলা বড়চেটিয়া মৰঙ্গিত থাকি বঙালক দগা দি কাটিছিল। পাছে মৰঙ্গিয়ালে বড়চেটিয়াৰ বস্তু জাত লুৰিলৈ ধৰিব খুজিলে; পাছে বড়চেটিয়া উপায়কৈ এড়াই বচাৰিলৈ ভাগিল; সক ১৫৮৪। আহোমৰো বল খিন হল যুদ্ধ এড়িলে; হাতিচলা বড়িতলা পৰ্য্যন্তে জত ঢেকেৰি আচিল তাক ৰাজা কাটিলে। বঙালৰ লগ লবৰ দেখি জি কিচু ঢেকেৰি পালে বঙালে আনিলে। আৰু বিস্তৰ লোক মহাৰাজাক এড়ি জবনক বৰিবলৈ মন কৰিলে; পাচে মহাৰাজা এই কথা জানি তিনিজনা ডাঙ্গৰিয়াৰে আলচ কৰি ৰাজ্যৰক্ষা কৰিবৰ নিমিত্তে—

মৰঙ্গিৰ যুধ।

চুলতান্ চান্দ্ৰাই, মন্থ, চতুৰ্ভুজ, কাকতি এই চাৰিক পঠাই নবাব খানখানা, দুলাল খাঁ, ৰচিত খাঁ, এই সকলেৰে কথা বাৰ্ত্তা হুই তিনলাখ টাকাৰ নিবন্ধ কৰিলে; আৰু আপোনাৰ জিয়েক পাচ্চাজাদালৈ দিলে; গাভৰুৰ লগত অলঙ্কাৰ সহিতে সোন বিস হাজাৰ, ৰূপ য়াঠ কুৰি হাজাৰ, বিস হাতি আৰু বড় গোহাঞি, বুড়া গোহাঞি, বড়পাত্ৰ গোহাই, নেওগ গোহাঞি এই সকলৰ পুত্ৰকো ওল দিলে। আৰু পাচত দিবলৈ থাকিল তিনি লাখ টকা, নয়ে হাতি। আৰু প্ৰতি বৎসৰে বিস হাতিৰ নিবন্ধ কৰিলে। আৰু

মিৰজুমলাৰ লগত সন্ধি।

খানখানায়ে মহাৰাজালৈ দিলে, সোনাৰ মলমা কৰা তৰোআল, জমাদাৰ, হিলৈ সহিতে পোন্ধৰ হাজাৰ টকাৰ বাব দিলে। মাষত, দুলাল খাঁ, ৰচিত খাঁ, মেনা খাঁ, ফৰাদ খাঁ, আগৰ খাঁ, মনোহৰ খাঁ, ইচলি হুচন, আজগৰ খাঁ, ৰাজা ইন্দ্ৰনাৰান, ৰাজা ইন্দ্ৰমণি, ৰাজা ইন্দ্ৰঘোষ, কালাৰাজা, ৰাজা জগদেৱ, ৰাজা গন্ধৰ্ব্ব ৰাই, মানসিংহ, জয়ন্ত সিংহ, দলসিংহ, প্ৰতাপসিংহ, জয়সিংহ, এই সকলে সহিতে মজুম খাঁ ভতিয়াই গল। সক ১৫৪৮ (?)।

---

# নৱম অধ্যায়।

মজুম খাঁৰ লগত যোয়া আমাৰ বাদুলি ফুকন, মৌপিয়া, হৰি-ডেকাৰ পুতেক, উদ্ধব দুৱৰিয়া, ৰঘুকাথাৰ পুতেক মনোহৰ কাকতি, ডাংধৰা এইবোৰ আপুনি গল। দয়ঙ্গিয়া বড় গোহাঞি ৰাজখোৱা, লুথুৰি চেটিয়া, লালুক গোহাঞি, দীঘলা হাজৰিকিয়া লহবৰ ৰাইৰ পুতেক, ভেলাইৰ পুতেক এই সকল সহিতে অনেক লোক ধাৰ নিলে; সেইবেলা মহাৰাজা চলাৰ মাধব চৰনক পঠাই বোলে নিবন্ধ কৰি তুল দিয়া গল তথাপি আমাৰ লোক ধৰি নিয়ে।

তুল দিবৰ কাৰণ কি আৰু বোলে তুলো দিলো নিবন্ধো কৰা গল তথাপি যুদ্ধ নুগুচে। নবাবে বোলে কি কাৰণ। কট-কিয়ে বোলে দাতিয়াল ৰাজা অনেক আচে। স্বৰ্গ মহাৰাজাৰ হে বশ। আনৰ বস নহয়। এতেকে যুদ্ধ নুগুচে। পাচে ধৰিনিয়া বৰুৱাবোৰক গুৱাহাটিৰ পৰা মাধব চৰনৰ হাতত দিলে। গুৱাহাটিত ৰচিত খাঁক থৈ, তাৰ হাতত তিনি জনা গোহাঞিৰ বেটাকে, নেওগৰ বেটাকে দি ভতিয়াই গল। বাটত আহোতে

সলাতে মৰিল। ঘোড়াঘাটত হে মজুম খাঁ মৰিল বুলি কলেগৈ। পাচে ৰাজা চৈত্রে বক্তাক আছিল ; নাৱবৈচা ফুকনেৰে ৰজা কথা পাতি আনে। ফুকনে কথা হব নাজানে। ৰাজা বোলে হাঁ গোঁহাই পৰমেশ্বৰ। মানুহ আচোতে জে তইৰে কথা হঁও। ভিতৰুয়াল গোহাঞিক, তামদলৈৰ পুতেকক লোৱা দিলে, সোনামুয়াক হাড়ি কৰিলে লগ এড়িবৰ কাৰণে।

আৰু যুদ্ধ হাৰি অহা মানুহক খণ্ডিলে ; ঘোড়া কোঞঁৰকো লোয়া দিলে ; পাছে ঘোড়া কোঞঁৰে গোচৰ দিলে বোলে বড় গোহাঞে জদি ভৰ দিয়ে আমি কিয় ৰন এড়িম। পাছে এই কথা মহাৰাজা স্থনি আপোন হাতে বড় গোহাঞিক গদিয়াই বন্দি কৰিলে। বড় গোহাঞি খং দেখি আপুনি আগ বাঢ়ি গাদি ললে। আৰু মহাৰাজা লগ এড়া মানুহক খংকৈ কাটিব খোজোতে ৰজাৰ সহুৰে মাতিলে৷ বোলে মুড়ৰ চুলি দুই এক ডাল পকিলে, তাক কাঢ়িলে সোভা দেখি ; সকল যদি পকিল, তাক কাঢ়িলে আপোনাৰ মুড়ত ( দুখ ) পাবলৈহে আছে।

ঘোৰা কোঁৱঁৰ।

এইৰূপে মাতিলত খণ্ড এড়িলে। তাত পাছে লাউডেকা কোপতিয়া, মাধচৰণ বাঁহবড়িয়া, চতুৰ্ভুজ কাকতি, এই সকলত কৰি হস্তি, ৰূপ কিচু দি পঠালে। সিবোৰেয়ো গুৱাহাটিত ৰচিত খাঁক হুজুৰে দিলেনি। তাত পাছে পাচ্চাএ মহাৰাজালৈ জমাজোড়া জমদাৰ সহিতে এজোৰ বটা দি পঠালে, দোৰ্বেগ ৰস্তমবেগত কৰি। পাচে গাভৰুৰ লগত বাহবড়িয়া ভবানন্দ কটকি গেচিল। পাটনাৰ পৰা পাচ্চাৰ দুই উকিলে বোলে তোমাক বটাৰ লগত জাব দিছে। এই বুলি ওলোটাই আনিলে ; পাছে গুৱাহাটিৰ পৰা ৰচিত খাঁ পঠালে তেজখাঁকে চেক কমলকে।

সিহতো আহি দেৱৰ গাঞঁ পালেহি। পাচে বক্তাত জয়ধ্বজ ৰাজা মুদ্গৰ ৰোগ হৈ স্বৰ্গী হল। সক ১৫৮৫, কাত্তিকত বুধ

বাৰে। পাছে ৰাজাৰ পুত্ৰ নাই দেখি, অৰাজক ভয়ে ৰজাৰ দদায়েকৰ পুত্ৰ, চাৰিং ৰজাক পাত্ৰসকলে মহাৰাজাৰ আজ্ঞায়ে ৰজা পাতিলে। পাচে দোৰ্বেগ দেৰৰ গাঞতে থাকিল। ৰস্তম বেগ ভটিয়াই গৈ গুৱাহাটিত ৰচিত খাঁক কলে, বোলে যি জনা ৰজালৈ বটা দিলে, সি জনা ৰজা মৰিল। আমি কি কৰিম। পাছে ৰচিত খাঁএ বোলে ৰজাৰ ভাই ৰজা হল, ইয়াত কি ভিন্ন আছে। সেই ৰজাকে দেগৈ। পাছে ইহত গৈ কুজি বালিত ৰৈ জনাই পঠালে, বোলে পাচ্চা, মহাৰাজালৈ বটা দিচে। বড়াবড়ুক আগবাঢ়ি আহিব লাগে। মহাৰাজাও হাত পাতি লব লাগে।

জয়ধ্বজ সিংহৰ মৃত্যু।

চাৰিং ৰজা।

এইৰূপে কলত মহাৰাজা বোলে মঞি স্বতন্ত্র ৰাজা। একোকালে পৰৰ অধিন হোৱা নাই। তাৰ বটা কেনেকৈ লম। এইবুলি গোহাঞিবোৰেৰে কথা হল। উপাই কৰি তাৰ এক (সু) অহদিক ধন দিলে; সি ধন পাই আমাৰ বড়াবড়ুকক বুদ্ধি দিলে, দুৱাৰ চপকৈ ধৰিব দুই তিনি তৰপ আঁড় কাপোৰ তৰি, মঞি জাওতে সি উকিলক দুয়াৰত ৰাখিব, এনেতে ইমুহদি আগবাঢ়ি গৈ ভিতৰ হৈ সেৱা নকৰি তস্মিল কৰি বটা দিলে, ৰজাৰ বহুৰে সবাইৰে বটা ভৰি পিথানে নি পিঠিৰ পাচফালে থলে।

ৰজাৰ ভিতৰত বটা দি মুহদি ওলাই আহি বোলে, দুই উকিলক পঠালে, তুমি কিয় পাচ পড়িলা। বোলে মোক দুৱাৰত ৰাখিলে; মোত কিয় নকলা; এইবুলি থাকিল। পাছে ৰাজা বিদাই দিঞোতে বোলে, মোৰ বোট তিনি লাখ টকা, নয়ে হাতি লোকজন ৰাখিবৰ কাৰনে দিলো; লোকজন জি নিলে, তাকো নাপালো, সিমনাকো এড়ি নেদিলে। এইবুলি চন্দ্ৰকন্দলিকে সনাতনকে, দুই উকিলৰ লগত পঠাই দিলে, লিখা, সন্দেস দি, গন্ধ ১০টা, কটাৰি কুৰি খন, সোনৰ ডাবেৰে ফনি দুখান,

হস্তিদন্ত চটা। সিবোৰে গৈ দিল্লি পালে। পাচে পাচ্চা লিখা সুনি বোলে, কোচৰ সিমনাতকৈ আমাৰ যদি বাঢ়ি লৈচে, সিমনাকো লোকজনকো এড়ি দিব দিম ; এইবুলি লিখা পত্র নেদি, পান খাবলৈ কণ এক হাজাৰ দি পঠাই দিলে, চন্দ্ৰকন্দলিকে, সনাতনকে, উজিৰৰ পৰা আহি ঢকাৰ চান্তাখাঁএ দুইৰ লগত পণ্ডিৎ ৰাইক মহাৰাজাৰ ঠাইক পঠাই দিলে। পাচে মহাৰাজাও, লিখাকে আমাৰ দুই কটকিকে ওচৰক নিব দি শিঘ্রে পণ্ডিত ৰাইক বিদাই দি পঠাই দিলে।

তাত পাচে ৰচিৎ খাঁএ হস্তিৰূপৰ কাৰনে সেক কমলক মহাৰাজাৰ ঠাইলৈ পঠাই দিলে। পাচে মহাৰাজা সেক কমলক, লেচাঙত তুলিবলৈ আনিব দিলে। সি বড় দুআৰ পাই বোলে মঞি দোৰ্ব্বেগ ৰস্তম বেগৰ লগত আহি, তস্লিমহে কৰিচো ; এখন মই তস্লিমহে কৰিম। সেৱা কৰিব নোৱাৰো। এইকথা মহাৰাজা সুনি বোলে সি পাচ্চাৰ উকিল গুণে সেৱা নকৰি তস্লিম কৰিলে। ই ৰচিৎ খাঁৰহে উকিল। সেৱা নকৰিব পাইনে কি ?

এই বুলি তাক বাসালৈ ওলোটাই নিব দিলে ; পাছে সি মহাৰজাৰ খং হেন জানি দুই চাৰি দিন অন্তৰে, সেক কমলে বোলে সেৱা কৰিম। এই কথা সুনি মহাৰাজা তাক তুলি বিদায় দিলে। তাত পাছে আঘোনত লেচাঙ্গত পাট পাতিলে ; নেওগৰ পুত্ৰ নাতি সকলক মাৰিলে। বৈসাখে ৰাজা অভিসেক হল। ১৫৮৩। পৌষে ৰাজা গড়গাঞলৈ গল। মাঘে পূৰ্ব্ব পাট গৃহাৰম্ভ কৰি ৰহিল। ৰাজা দুই নেওগৰ জিয়েক দুজনা কুঞৰিক মাৰিলে।

পৰ্ব্বতীয়া কুৱঁৰি। বড়বড়ুআৰ জিয়েকক পৰ্ব্বতিয়া কুঞৰিৰ বিষয় দি বড় কুঞৰি পাতিলে। কুঞৰি ৰাজ্য পাই কিছু গৰ্ব্ব বাঢ়িল হেন মহাৰাজা জানি গৰ্ব্ব চুৰ কৰি, মেচাঘৰিয়া বড় গোহাঞিৰ জিয়েকক বড় কুঞৰি পাতিলে। বডবড়ুৱাৰ জিয়েকক পৰ্ব্বতিয়া কুঞৰি পাতিলে ১৫৮৪ ; চৈত্র মাস। তাত

পাচে ৰচিৎ খাঁক ভোলাই চৈয়দ পিৰোজ খাঁ নবাব হৈ চৈয়দ জাকৰ খাঁ কটকিক পত্ৰ সন্দেস দি পঠাই দিলে; মহাৰাজাত তিনি লাখ টাকা লয়ে হাতি খুজি অধিক গৰ্ব্ব বচন বুলিলে। এই কথা মহাৰাজা সুনি ক্ৰোধ কৰি বচন বুলিলে। বঙালৰ অধিন হৈ থাকিলে মৰণহে উচিৎ। এই বুলি কটকিক ৰাখিলে।

পাছে মহাৰাজা পাত্ৰ মন্ত্ৰি সহিতে আলচ কৰি বঙালক ধৰিবলৈ মন কৰিলে। সেই বেলা বড়বড়ুআৰ পুতেক লাচিতক বড়ফুকন পাতিলে। সেইবেলা বাঁহগড়িয়া গোহাঞি বুলিলে, সকল দিন স্বতন্ত্ৰ ৰজা বঙালৰ আইচটি সহিব নোৱাৰি, দেৱতাই উত্তম বুলিছে। পাৰিতপক্ষে জেন আজি ধৰিম। ৰাজ্যখকা আহিলা পাতি জোড়াই দিব লাগে; সিয়ো আহিলা পাতি মাৰিলে আৰু বাৰ দিব লাগে। এইৰূপে বাৰম্বাৰ দিব লাগে; এতেকে আহিলা পাতি হুব লাগে। মানুহ চড়া নাৱত উঠিব। আগৰ বৈচা, মাঝৰ বৈচা, পাচৰ বৈচাৰে তিনিৰো একেবাৰে চাৰ পড়িলে, দেখিবলৈও ভাল, বাওঁতায়ো উৎচাহ পাই। নায়ো চলে। কড়াৰিয়ো দি চল পাই। আগৰ মাঝৰ, পাচৰ তিনিৰো তিনি চাৰ যদি হল, কড়াৰিয়ো দি চল নাপাই, নাৱো নচলে। দেখোতায়ো ভাল নেদেখে।

লাছিত বৰফুকন।

চৰাএ পোৱালি তোলে, ঠোঁঠত ধৰি উকয়াই চাই; পাখি জদি গজিল, উড়িব যদি পাড়িলে, মাইকিৰ লগত চৰি বুলি আহি বাস লয়হি। পাখি যদি সমান হল, মাইকিএ আধাৰ দিব নোৱাৰি উড়ুৱাই নিয়ে। এক উড়ান দি পৰেগৈ তুনাই বাস নাপাই হি; কোনো সিয়াল কুকুৰে খাই, নাই মানুহে ধৰি নিয়ে দোৱাবাৰ বাহ নাপাই; কুমাৰে চৰু বেচে, পাইকে হাতত লৈ বজাই চাই, যদি হাতত বাজিল চাৰিকড়া কড়িকো দিয়ে, চৰু কো নিয়ে। সেই যদি হাতত নাবাজে নিয়েনিকি। গোহাঞে এইৰূপে কলত সেইবেলা তাম দলৈত মহাৰাজা সুধিলে বোলে আহিলা পাতি কি আছে।

ভগ্ৱাৱত আহিলা পাতি অনেক আছে। ৰজা ভিতৰলৈ গলত জয়ানন্দে বোলে খাৰৰ নায়ে, এপেৰাও নাই। গুলিৰ নায়ে চাবি পেৰাও নাই। কাড়ৰ এক কাঠো নাই। জাতো মহাৰাজা মেলত স্থুধিলে, অনেকৰো মন কোচে। সত্ৰুএও স্থনিবলৈ আচে, এতেকেহে আচে বুলি কলো। ৰাজা ওলাই টাৰ কেৰু দিলে, গাখিৰ মাছ দিলে; ৰাতি দিনে আহিলা পাতি গঢ়িব দিলে। নাওসলিয়া বড়ুয়াক য়োজাক বাটা বাহন দি উচ্চাহ বঢ়াই নাও সজালে। সেই সময়ত কাঁড়ঘৰ, খাৰঘৰ গঢ়ৰ ভিতৰ কৰিলে। বৰদুৱাৰৰ মুখতে কমাৰ সাল কৰিলে, বোলে মই আহি দেখিব লাগে।

আৰু ৰাজা ওলাই কাড়িক কাড় মৰাই, হিলৈদাৰিক হিলৈ মৰাই, ৰাৰুৱতিক বাৰু চড়াই, ৰূপ, কাপোৰ, তিৰোতা, গাখিৰ, মাছ, লোন, চাউল, এই সকল দি উচ্চাহ বঢ়াই। সিকালে ৰজা কাড় খলাত আপুনি ফুৰি জিটে কাড় মাৰিব নোৱাৰে, চপাই আনিব দিয়ে আপুনি ধনুৰ মুঠিৎ ধৰি মৰাই। এইৰূপে ৰাজ্যৰ উচ্চাহ ৰক্তি বঢ়াই বঙালক ধৰিবলৈ মন কৰিলে। কলিয়াবৰৰ পৰা ফুকন ৰাজখোয়াএ জনালে, বঙালৰ আইচটিত ৰব নোৱাৰো। এই কথা স্থনি বড়ফুকনক কলিয়াবড়লৈ কুকুৰা ঠেং চাই পঠালে। আৰু বড়গোহাঞি বুঢ়াগোহাঞি, বড়পাত্ৰ গোহাঞি, বড়গোহাঞি ফুকন, চাৰিঙিয়া ফুকন, নিমাতি ফুকন, দিহিঙ্গিয়া ফুকন এইবোৰ প্ৰমুখে সমস্তে লোক পঠাই বঙালক ধৰিব দিলে।

মুছলমানৰ পৰাজয়।

সিবোৰো আহি প্ৰথমে উত্তৰকোলে জি বঙাল আচিল, তাক কাটি দিহিঙিয়া ফুকনে বাহবাড়িৰ কোঠ মাৰি, লালবেগ, ৰোচন বেগ এই দুই হাজাৰিক পালে। আৰু ঘোড়া পালে দোটা, ঢাল তৰোৱাল পালে কিছু। পাছে সকলো গৈ কাজলিত যি বঙাল নিশেষ কাটিলে। যি পঞ্চ সৰ্দাৰ আচিল, সিয়ো পড়িল; ভাদ্ৰ মাস, দিন ১১, শক ১৫৮৯। পাছে গুৱাহাটিলৈ খেদি আহিল; বঙ্গাল ইটাখুলিৰ পৰা

ওলাই আহি জয়দুৱাৰত ধৰিলে। বঙালেৰে কলঞ্চুৰে বোলাবুলি লাগিল।

বঙালে বোলে ওলাই লেচাই দে, কলঞ্চুয়ে পাইক এটা দিলে। বঙালে বোলে গৰিবেৰে কি লড়াই কৰিম। কলঞ্চু ৰাজখোৱা ওলাই গল; ধৰাধৰি কৰিলে; কলঞ্চুৰ আঙুলি কাটিলে। কলঞ্চুএ তাৰ সৰ্দাৰক কাটিলে। তাৰ পৰা ইটাখুলিলৈ চাপি আহিল; তাৰপৰা চোড় পঠালে; গড় জুৰি থৈচে, তাৰ গজালি আহিচে; গড়খায়েতো বন আছে; পাজি টাটৰিয়ো আছে। গড় খায়েতো পানি আচে। ৰাতি চাই চোড়ে এইৰূপে কলত, জপঙ্গ গোহাঞি চালেগৈ, দেখে পানি নাই, পাজি টাটৰিয়ো নাই; তেহে ইটাখুলি বেঢ়ি ধৰিলেগৈ। বঙালে নোৱাৰি ভাগি গল; দোটা স্ত্রী চিপাই ঘোড়াৰে পাৰ হুই অশ্বক্রান্তৰ ঘাটত উঠিল সাথুৰি। তাত পাছে উত্তৰ কোলে বড়নদীৰ পুব পাৰে কোঠ দিলে। ৰাতি পুয়তি নিশা ফুলবৰুয়া বড় নদীৰ পছিম পাৰে কোঠ দিলে; বন্দৰ ফুকনৰ বঙ্গস হালধিয়া ঠেঙ্গা ৰাজখোৱা, সেই লগত কলঞ্চু দুয়লিয়া ৰাজখোৱা, আৰু দৰঙ্গি ফুলবৰুয়াৰ লগত, সৰু অভয়পুৰিয়া, পানি অভয়পুৰিয়া, নামডঙ্গিয়া কোঠৰ ভিতৰত ভালকৈ ঠিয় হব নাপালে।

কলঞ্চু দুৱলিয়া ৰাজখোৱা।

দিহিঙিয়া ৰাজখোৱা বড় নদীৰ সিপাৰত থাকিল। এনেতে দুখন কোঠৰ আগত বঙালে দেখা দিলে। বোলে এই কোঠত মৰধ আছে। এই বুলি বড় অভয়পুৰিয়াৰ কোঠত ধৰিলে। পানা অভয়পুৰিয়াৰ কোঠৰ মানুহে বোলে সি কোঠৰ আহিলা পাতি মাৰি যে ধুকুয়ালে। আমাৰ কোঠৰ পৰা কাড়গুলি মাৰো। ফুলবড়ুয়া ৰাজখোৱাএ হাক দিলে। সি কোঠত ৰন লাগিছে। ই কোঠৰ পৰা জে কাণ্ডগুলি মাৰিব খোজ, মোৰ কোঠত ধৰিলে কি মাৰিম। সেই লগতে পানি অভয়পুৰিয়াএ মাৰিল হতে।

বড় অভয়পুৰিয়াৰ কোঠত ধৰিব নোৱাৰিলে হতে। বঙালে

সকললোকক কোঠ সোমাই কাটিলে ; নবাজিয়ালৰ বড়াবড়ুক সকলে পড়িল ; কলঞ্চু ৰাজখোৱা পড়িল। হালধিয়া ঠেঙ্গা ৰাজখোৱা মৰাৰ ভিতৰ সোমাই আছিল ; লিগিৰা লৰা উঠি চালে, বঙালক নেদেখি মাতিলে দেৱ বঙালে গল উঠা। বঙালে মাত সুনি খেদি আহি লিগিৰা সহিতে ৰাজখোয়াকো কাটিলে। তথাপি মহাৰাজাক ভয়ে, ফুকন বোৰে বেড়িলে, দুই মাস জুজিলে ; কাৰ্ত্তিকৰ সোলে দিন জাওঁতে গুৱাহাটি মাৰি আহোমে ললে। জত বঙাল আচিল সমস্তে কাটিলে ; গুৱাহাটি এড়ি বঙাল ভাগি পলাল। হাতি, ঘোড়া, হিলৈ টকা যি কিচু পাচ্চাৰ ভৰালত আছিল সকল পালে

কলঞ্চু ৰাজখোৱাৰ মৃত্যু

১৫৯০। আৰু চৈয়দ পিৰোজ খাঁ নবাব, চৈয়দ চালা সৰ্দাৰ এই দুই, লোক সহিতে মানাহাৰ মুখত কোঠ দি ৰহিল। তাক আহোমে খেদি গৈ মানাহাৰ মুখত ভেটি ধৰি আনিলে। মিৰ কাৰ্য্যিকো আনিলে। চৈয়দ পিৰোজৰ বেটা পাহৰ খাঁ আৰু চৈয়দ হুচেন এই দুই পলাই গৈল, কতো বোৰক কাটিলে আৰুবোৰ গড়গাঞলৈ আনিলে আৰু মিৰ্জামুলাৰ লগত জি কিছু লোক গৈছিল তাকো পাই আনিলে। তাত পাছে বড়গোহাঞি, বুঢ়াগোহাঞি, বড়ফুকন প্ৰমুক্ষে যত ফুকন আচিল সমস্তৰে সমালোচন কৰি মহাৰাজা চক্ৰধ্বজৰ আজ্ঞাই বিশ্বকৰ্ম্মে নিৰ্মিত হেন গঢ বাঁধিলে। বড়ফুকনেও নিতান্ত অচিদ্ৰ হৈ ৰহিল। শক ১৫৯১ মাস ৬।

গুৱাহাটিৰ কোঁঠ।



# দশম অধ্যায়।

পাচে পাচ্চা স্নুনিলে পুনর্ব্বাৰ স্বর্গ মহাৰাজাৰ লোকে গুৱা-হাটি মাৰি ললে। চৈয়দ পিৰোজ খাঁ নবাব আসি কৰি সমস্তকে ধৰি নিলে। পাছে পাচ্চা মান্ধাতাৰ নাতি, ৰাজা

ৰামসিংহ

ৰামসিংহক পঠাই বোলে ইমান আগলি বঢ়া কথা কৰে, বিসেসত পিতৃ পিতামহক চাই, আক কিছু বুলিব নোৱাৰি। হিন্দুস্থানী ৰাজা সকল সহিতে একে যুগুতি হলে মই কি কৰিম। আসামৰ যুদ্ধলৈ গলে কোনো নবাব ফিৰি নাহে। কতো বা ৰনত মৰে। কতো আপুনি মৰে। সি ঠাইৰ বিস পাণি, বিস বতাস বয়। সঙ্কট জাগা. পৰ্ব্বতি গঢ়। এই মন্ত্ৰনা কৰি পঠালে। লগত দিলে দেড়কুৰি হাজাৰ চিপাই। আৰু ৰচিৎ খাঁক বোলে তঞ্চি মজুমগাঁৰ লগতো আগে গৈছ। আহামৰ মাত বলিকো বুজ, যুদ্ধকো জান তই জা; ৰাজা ইন্দ্ৰমণি, চাদমেন্দখাঁ আঢ়ে হাজাৰি আলম খাঁ দুই হাজাৰি, বকৰম খাঁ দোহাজাৰি, দেৱান চৈয়দ গজপ খাঁ এক হাজাৰি, কায়ম খাঁ, জুলেল বেগ, ৰাজা পৃথু, ৰাজা মাণিক বেলদাৰৰ মিৰ গজৰফ খাঁ আঢ়ৈ হাজাৰি, আৰু চাস্তা খাঁ দিলে চিপাই দুই হাজাৰ। পৰিক্ষিতৰ নাতি ৰাজা জয়নাৰায়ন। এই সকলক পাচ্চা, ৰামসিংহৰ লগত দিলে।

অম্বেৰৰ ৰামসিংহৰ ভাইপো ভতিজা সহিতে মুঠত ঠাকুৰ একুৰি এজন। তাজি তুৰুকিৰ চিপাই আঠাৰ হেজাৰ। বেহা-ৰৰ কবিকিসোৰ বড়ুয়া, সৰ্ব্বেস্বৰ বড়ুয়া, মন্মথ বড়ুয়া, ঘনসাম বক্‌সি, ঢালি কাড়ি পোন্ধৰ হাজাৰ, এই সকল সহিতে ৰাজা ৰামসিংঘ ৰৌৰয়াৰ মুখ পালেহি। এই কথা মহাৰাজা স্নুনি তিনিজনা ডাঙ্গাৰিয়া, ফুকন, ৰাজখোৱা লোকজন সহিতে ৰামসিংঘক

সমুখে পঠাই দিলে। পাছে বুড়াগোহাঞি সবাইত, বড়গোহাঞি পাগুত। বাঘচোৱাল বড়পাত্র গোহাঞি কুকৰাত। সবাইত দিহিঙ্গিয়া ফুকন, পানিত নাওবৈচা ফুকন। অসুৰৰ আলিত কলিয়া বড়িয়া ফুকন। এইৰূপে ৰহি আছে। ৰাজা ৰামসিংহ বোৰৱাৰ মুখ পাইচেহি।

আমাৰ ডাঙ্গৰিয়া বোৰে, ফুকনসকলে সহিতে জুগুতি হৈ বোলে পাজি তাটৰি হোৱা নাই; পৰ্ব্বতি গঢ়ো ভাল নৌ হয়। দুই এদিন থাপ খুৱাবৰ অৰ্থে কটকী পঠাই দিব খোজো। এই বুলি সোন্দৰকে কোমৰাকে পঠাই দিলে। ভাই ৰজাত এইখন কগৈ। যি কাৰ্জ্জে আগ বাঢ়িছে, আমি আক জানিব লাগে। সাম, দাম, ভেদ, দণ্ড, সকল দিন প্ৰবৰ্ত্তিচে; কাৰ্য্যক বুজিলেসে কথা। এই বুলি দুই কটকিক পঠালে; চকিয়ালে পাই হাতত ডোল লগাই ধৰি নিলে; কাকত দেখুৱালত বান্ধ মেলিলে। ৰামসিংঘে কাকত চাই কথাবাৰ্ত্তা সুনি লগত পিৰোজ খাঁক পঠালে। সি আহি কলে বোলে আলিয়াৰ খাঁ, মোমাই তামুলি, অসুৰৰ আলি বড়নদি সিমা কৰি, পুৰ্ব্বাপৰ ৰহি আচে। সেই নিবন্ধক লৈ গুৱাহাটি চাড়ি দিয়োক। গো-ব্ৰাহ্মণ কুশলে ৰহোক। জদি চাড়ি নেদিব আমি মান্ধাতাৰ নাতি, বাৰে বৎচৰলৈ সমুখ হৈ আহিচো; যদি যুদ্ধ দিয়ে আহিলা পাতি নাই মোলৈ খুজি আহোক। তাক মই দিয়ো; ভাই ফুকনে ২ ঘটিমান দেখা দি মোক যুদ্ধ দিয়োক। এই কথা পিৰোজ খাঁৰ মুখে সুনি ফুকনে বোলে ২ ঘটিকে কথা বুলি কৈছে। তাঞিৰ আমাৰ দেহ থাকে মানে হোক।

ৰামসিংহলৈ কটকী।

আমী থনাতে আছো। তাঞি তবে আহিচে, স্বৰ্গ মহাৰাজাৰ কোন বস্তুৰ কমি। লাগেহতে যিবস্তু কৈ আহক আমি দিঞোঁ। এই বুলি পিৰোজ খাঁক ৰাখি বন্দি কৰি থৈচিল লতাশিলত। তাৰ লগৰটোক পঠাই দিলে। ৰামসিংহ ভটিয়াই গলত তেহে

কলিয়া বৰক নিলে। তাৰ পাছে ৰামসিংঘ হাজো পালেহি। মাধৱৰ ঠাই উঠি পূজা সেৱা কৰি ব্ৰাহ্মন সেবাত লোক সকলক দান দক্ষিনা কৰি তাৰ পৰা কুলি হাতিৰ বালিত ৰহিল হি। পাছ দিনা তাৰ পৰা আগিয়া ঠুটিৰ পোনে, লুইতৰ কোখে, সৰাইৰ সমুখে কাড় গুলিয়ে নপোৱা ঠাইত তামি ঘৰা বান্ধি ৰহিল।

আত পাছে ৰাজিন্দ্ৰ চক্ৰবৰ্ত্তি ফুকনক নিৰ্ম্মালি দি গুৱাহাটিতে আছে। হেঙ্গেৰা বড়িয়া ঠাকুৰিয়া বাৰ্ত্তা জানিবৰ নিমিত্তে আহিচে; আমাৰ ফুৰা মানুহে পাই, ধৰি আনি ফুকনৰ আগকৈ দিলে; পাছে ফুকনে তাত সুধিলে। ৰামসিংঘ মাধৱৰ ঠাইত উঠিচিল কিবুলি আহিল ই কি জানে। সি বোলে বিস্তৰ বস্তু দ্ৰব্য দি সেৱা সেৱা কৰি আহিল। আকৌ ফুকনে তাক বটা এজুৰি দি বোলে। ভালৰূপে বাৰ্ত্তা লৈ জনাবি। চৈত্ৰ মাসত

দৈৱকীনন্দন। প্ৰবেশিল হি. শক ১৫৯৬। ৰামসিংহ দৈয়কি নন্দনক বোলে এখন কগৈ আমাক গুৱাহাটি চাড়ি দিয়োক, গো ব্ৰাহ্মন কুশলে ৰহোক। এই কথা ফুকনে শুনি দয়কি নন্দনৰ লগত নিমকে, ৰামচৰণকে পঠাই দিলে; সিইঁতে গৈ ৰামসিংঘক কথা বাৰ্ত্তা কলে। ৰামসিংঘে খাটৰ তলত পানি কৰি যন্ত্ৰ কৰি কাঠৰ চৰাই মেলিছিল; দিখৌ মুখিয়া ৰামচৰনে সঘনে চাই; ৰাম সিংঘে বোলে কি লাগে খোজ মই দিঞে; ৰামচৰনে বোলে ইয়াৰে চৰাই দুটিমান সিঠাইত দেখাবলৈ পালে ভাল।

এবুলি খুজিলত দিলে; সেই চৰাই ফুকনৰ আগত মেলিলে। পাচে খঙ্কে ৰামচৰনক লোৱা লগালে। নিমে বোলে এনে মানুহেৰে বিদেশক নগৈ। আত পাচে ৰামসিংঘৰে, ৰচিত খাঁৰে প্ৰিতি নাই। ৰামসিংঘৰ নহবত বজাই; ৰচিত খাৰো নহবত বজাই; ৰামসিংঘে ৰচিতখাক বোলে সি নহবত বজাব পাইনিকি। ৰচিৎ খাঁ বোলে পাৎছা তেঞোকো বজাব দিছে। মোকো দিছে ইয়াত তেওঁ খং কৰিব নাপাই। একদিনা প্ৰতি ৰচিৎ খাঁ চুন্দি বজাই, গিত গাই

ৰং কৈ আছে, য়েনে সমঅতে আমাৰ বড় হিলৈৰ গুলি এটা গৈ, তামি ঘৰাৰ ভিতৰত ৰামসিংঘৰ ভতিজাকৰ গাত পড়ি মৰিল। ৰামসিংঘে ৰচিত খাঁক ধুবাৰ মাতিলে। ৰচিৎ খাঁ বোলে মঞি ৰং কৰিচো অথন জাব নোৱাৰো। ৰামসিংঘে বোলে সি চাপি গৈ তামি ঘৰা তৰিছে। পূৰ্ব্বেও আসাম দেশত ফুৰিচে। আসামেৰে মিল হল। এখনি কাকত মিৰি সন্দিকৈৰ পোনে দিলে; এই কথা ৰামসিংঘে সুনি খং কৈ ৰচিত খাঁক বোলে আমাৰ লগত থাকিব নালাগে। এই বুলি তাৰ তামি ঘৰা কটালে। ৰচিৎ খাঁ-এ ৰামসিংঘক মাতি অনেক ৰূপে কৈ নোৱাৰি অসন্তোষ কৈ ভটিয়াই গল।

তাৎ পাচে পানি বাটে নাৱদোৰ্গা, মচুৰ খাঁ, লতিপ খাঁ, চৰিপ খাঁ, ফ্রিৰিঙি, কপিদান ৰাজা; দক্ষিনে আলি বকৰ খাঁ, মিৰ চৈয়দ খাঁ, ৰাজা ইন্দ্ৰমনি, ৰাজা জয়নাৰায়ন, মক্কল খাঁ সৰ্দাৰ; উত্তৰে গড় সমুখে সসৈন্যে ৰামসিংহ থাকিল। সিন্দুৰী ঘোপাৰ সমুখে হাজিবেগ, কায়ম খাঁ, বেহাৰৰ কৰিকিসোৰ বড়ুয়া, সৰ্ব্বেস্বৰ বড়ুয়া, মন্মথ বড়ুয়া, ঘনচাম বক্সি, ঢালি কাড়ি পোঞ্চৰ হাজাৰ, এই চাৰি বাটে যুদ্ধ হল।

সেন্দুৰী ঘোপাৰ যুধ।

আমাৰ বড়ফুকন প্ৰমুক্ষে সমস্তে ফুকন বোৰে বৈসাখৰ পৰা শ্ৰাবণ পৰ্য্যন্ত যুদ্ধ কৰিল। গড় লব নোৱাৰি জৱন স্তম্ভিত হল, তাত পাছে পাণ্ডুৰ পোনে, ৰাঙ্গলি বুৰুজৰ তলেদি গাত নিলে। তাতে খাৰ ভৰাই জুই দিলে। গড় খহি পড়িল। এই কথা আগে ঢেকেৰিয়ে কলত ফুকনে বুন্দ মাটি, ঘোড়া সলখা এই বোৰ কৰি জতন হৈ; আচিল গড় খহিলতে তৎকাল বান্ধিলে। পাচে পাণ্ডুএ নোৱাৰি সৰাইত গাত খানি খাৱৈ পুতি, চাৰিটা বঙাল গড় উঠিল হি। আহামৰ ডাঙ্গৰিয়া বোৰে কাঠ বগৰাই পঠালে।

ৰাঙ্গলা বুৰুজ।

হাড় মুৰ ভাগি মৰিল। উঠিব নোৱাৰিলে। আৰু ৰৰ-

দেওনিয়া লঠিয়াৰ পোনে কাণ্ডগুলিয়ে নোপোৱা ঠাইত কাঠ গড়্ দি থাকিলে। গড় আধা বন্ধা হলতে বুড়াগোহাঞে লোক জনক গড় পাৰ হৈ ধৰিব দিলে। পাছে বড় দেওনিয়া ভাগি পলাল; কটা এড়ি জিয়া মানুহ পালে ৫টা, ভিমৰাই বড়ুয়াক পালে, আহিলা পাতিয়া কিচু পালে।

তাত পাচে বঙাল দৰঙ্গ লৈ উজাই গল। পাচে ৰানীএৰে কথা হল। ৰানীয়ে ফুকনলৈ ৰহস্যে কৈ পঠালে। ফুকনে বোলে বাট নিদিব; পাৰে জে ধৰক। পাচে ৰাণীএ উপায়কৈ আনি দুই পৰ্ব্বতৰ মাজত জুৰিৎ সুমুৱাই বঙালক বেঢ়ি কাটিলে; আহিলা পাতি টকা বিস্তৰ পালে। পাচে ৰামসিংঘে একোৰূপে নোৱাৰি মিত্ৰভায় কৰি বোলে সামান্য মানুহেৰে একো কথা হই চল নাপাও।

দৰঙ্গৰ ৰাণী

আমাৰ কবিসেখৰক, পণ্ডিত ৰাইক ভাল মানুহ পঠাইচো। ভাই ফুকনে ভাল মানুহ পঠাব। আমাৰ তেঁহে চলাৰ মাধবচৰণ, কৌপতিয়া এই দুইক পঠালে।

ইহতক তুলিবলৈ নি, ৰামসিংঘে পৰ্ব্বত ৰাইক সুধিলে, ইহতক ভাল মানুহ বোলে নোবোলে। পৰ্ব্বত ৰাই বোলে দুয়ো ভাল মানুহ। ৰামসিংঘে বোলে দেউৰি মানুহেৰে কথা হোক। দেউৰিএ সংস্কৃত দিলে; চলাএ একো নুবুজিলে; কৌপতিয়া বোলে, তোমৰা দুই সংস্কৃতেৰে কথা হলে কোনে বুজিব। ৰাজ কথা সকলে বুজিব লাগে; ভাষাৰে কথা হোৱা। ভাষাৰে কথা হল। ৰামসিংঘে বোলে পৰ্ব্বত ৰাই আকেহে ভাল মানুহ বুলি কলি।

পাচে ইহতক বিদাই দিলে; আগেও কৈচো। তহতেও কবি গৈ। গো ব্ৰাহ্মণ লোকজন সহিতে জিৰূপে ৰক্ষা পৰিব, সেইৰূপ কৰিবি। গড়ৰ জি কাম কৰিছে তাৰ দুই তিনি লাখ টকা দিওঁ। অসুৰৰ আলি বড় নদী সীমা কৰি, মমাই তামুলি, আলিয়াৰ সহিতে জি নিবন্ধ কৰি গৈছে, সেই নিবন্ধতে থাকি গুৱাহাটী চাৰি দিওক; ৰূপৰ, সোনৰ, খুটা পুতি দুইজনে নিবন্ধ কৰো। আক চন্দ্ৰ সুৰ্য্য

থাকে মানে কোনে লড়াই। এই কথা শুনি বুড়া গোহাঞ্ৰেঁ বোলে, ৰামসিংঘৰ নিবন্ধ চাইৰ আলি ইকথাত পাচ্চা কিয় ৰহিব। পাচে সকলো ডাঙ্গৰিয়াএ জুগুতি হুই, দেৱতালৈ জনাই বুঢ়া গোহাঞিৰ পক্ষকে বা খলে। চলাকে কৌপতিয়াকে, পঠাই বোলে তহতে এইৰূপে কৰি গৈ ভাইৰজা যি বুলিচে উত্তমহে বুলিচে। স্বৰ্গ মহাৰাজাৰ আমি আজ্ঞাকাৰী তাঁইৰ, আমাৰ নিবন্ধ কিয় ৰহিব। তেহে ৰামসিংঘে কৌপতি য়াত সুধিলে বোলে মজুমখাঁই ৰাজ্য জেখন উঠালে, ই নবাব কত আচিল; কৌপতিয়া বোলে ই নবাব পুৰ্ব্ব দেশত; নড়া নামে এক ৰাজাৰ ৰাজ্য, মহাৰাজাক জাই গিৰি ধন, হাতি দিব লাগে তাকে নেদিচে তাৰ যুদ্ধলৈ গৈচিল। তাক মাৰি আহি দেখে ৰাজ্য উজাৰ হল; লোক জনে কলে মজুম খাঁ উঠিছিল।

নবা ৰজা। এই কথা সুনি লোকজন সহিতে খেদি আহি নাপালেহি; দেখে আমাৰ পানি চাৰিল। সেই দিন ধৰি পাচ্চাই লোকক সমুখে আচে। ৰামসিংঘে বোলে ভাই নবাব ভালা। এই কথা কৌপতিয়াৰ মুখে শুনি, ফুকনে বটা দিলে কৌপতিয়াক। এইৰূপে আয়াজাত কৰি আছে। সেই সময়ত কৌপতিয়াক পাচিলে; ৰামসিংঘে কৌপতিয়াক বোলে ইপোনেও সময়স্তিৰ কথাক দেখো, যুদ্ধকো নেড়হক।

কৌপতিয়া বোলে যিকৈচে ৰাজা উত্তম হে কৈচে। নানা দেশৰ পৰা তিনি লাখ প্ৰজাসমে ৰাজা সকল আহিচে। সি স্বৰ্গ মহাৰাজাৰ চাকৰ? তাৰ আন কাম নাই। তাৰ মতকো সুবুজি। বিসেসৎ স্বৰ্গ ৰাজাৰ ঠাইৰ লোক বড় নবাবৰ আজ্ঞা নচলে। এইৰূপে সিদ্ধান্ত কৰিলত। তেঃহ কৌপতিয়া চলাক ধন যাচিলে ফুকন বোৰলৈ? চলাকো কিচু দিগে। বোলে ফুকন বোৰত কৈ গুৱাহাটিলৈ দিবি; চলাত বোলে ভাল। বড় ফুকনলৈ কণ্ঠাভৰণ এখন দিলে। আৰু দুগদুগী এটা দিলে; দিঞোতে এই বুলি দিলে, ভাই ফুকনে পহিৰণ কৰিব। সেই কণ্ঠাভৰণ পণ্ডিত

ৰায়ে পিঙ্কিবৰ নেদেখি গৈ কলে। পাচে ৰামসিংঘে কোঁপতিয়াত সুধিলে। ভাই ফুকনে দেখো কণ্ঠাভৰণ নিপিন্ধিলে। মই পিন্ধিবলৈ হে দিলো। কোঁপতিয়া বোলে বড় নবাবৰ কি বস্তুৰ কমি। যেতিয়া যি ইচ্ছা তাকে পৰিহন কৰে। ইহঁতৰ লগত মিৰকে ৰামহৰি কাৰ্য্যিকে পঠাই বোলে আমাক পূৰ্ব্ব ধাৰাল প্ৰিতিক লৈ গুৱাহাটি চাৰি দিয়োক। বড় ফুকনে ও ৰামহৰি কাৰ্য্যিকে তুলিবোলে ভাল মোৰ পিতৃৰে আলিয়াৰ খাঁৰে যি প্ৰিতি গোট হু-ইচিল। তাৰ যশস্যা অদ্যাপিও কহে; তোমাৰ আমাৰ প্ৰিতি গোট যেমনে ৰহে, তেমত খান কৰিবা?

এই বুলি তাঁৰ দুই উকিলৰ লগত সন্দেশ পত্ৰ দি নিমকে ৰামচৰণকে পঠাই দিলে। আমাৰ দুই কটকিক নি ৰামসিংঘে কুশলাদি বাৰ্ত্তা পুচি বোলে ভাল মই মিৰ:ক পণ্ডিতৰাইকে পঠাম। তহতে বড় ফুকনলৈ জনা; পাচে নিমে, ৰামচৰণে, বড় ফুকনলৈ জনালে; বড় ফুকনেও মিৰৰে পণ্ডিত ৰাইৰে আহিবৰ কথা। মহাৰাজালৈ জনালে। পাচে মহাৰাজা বাঙালৰ কটকি তুলিবলৈ দলিচা, চন্দ্ৰতাপ, কটকিক তামোল পান দিবলৈ সোনৰ কাঁহি ৰূপৰ কাঁহিয়ো কৰিলে। অনেক সন্দেশ পাতিয়ো কৰিলে। পাচে ৰামসিংঘে নিমকে ৰামচৰনকে দৰ্বাৰলৈ নি বোলে বাৰম্বাৰ কটকি গতাগত কৰে।

কথাবাৰ্ত্তা কিছু নাই; ইবাৰ উকিল নপঠাও। সৌগন্ধ কৰি বোলো ইহাকে কৰি যাই মোক গুৱাহাটি চাড়ি দিয়োক। আৰু চৈয়দ পিৰোজৰ বেটাক চৈয়দ চালাকে এড়ি দিয়োক। এই মানতকৈ মই যদি অধিক খোজো, এই হাতৰ তৰোৱাল লৈ পৰমেশ্বৰিএ মোক খাব। আৰু কণ্ঠৰ মুকুতামণি হাতে ধৰিবোলো এই মহালক্ষ্মীএ মোক এড়িব। আৰু মোৰ উৰ্দ্ধ পুৰুষ নৰক গামী হব। এই কথাত যদি সপ্তাত নাবাই, মণিকুটত মাধব গোসাঞিৰ আগঁত সপত কৰিম; বড় ফুকনে যদি এই কথা মানে

যাকে খোজে তাকে দিম। এই বুলি উকিল পত্ৰ নেদি নিমকে ৰামচৰনকে পঠালে। এই কথা মহাৰাজা সুনি যি বস্তু জাত অতাইছিল তাকো ৰাখিলে। তাত পাচে ৰামসিংঘৰ পুতেক কৃষ্ণসিংহক পাচ্চা বোলে বাঘেৰে মোক তামচা দেখা। কৃষ্ণসিংহে বোলে ভাল। কৃষ্ণসিংহক জালৰ ভিতৰকৈ মেলি দিলে। বাঁহেৰে বাঘক লড়াই দিলে। বাঘে জাপ মাৰি ধৰিলে। কৃষ্ণসিংঘে দুইবাৰ বাক পাতি এড়াল। আক একজাপ মাৰিলে। পাচে কৃষ্ণসিংহে তৰোৱাল মাৰি কাটিলে। পাচ্চা প্ৰশংসা কৰি বাটা দিলে।

কৃষ্ণসিংহ।

সভাৰ লোকে বোলে ক্ষেত্ৰিয়ৰ পো ক্ষেত্ৰী। পাচ্চা থংকৈ কি কৰিব? তাক ধৰ্ম্মে ৰাখিলে। ৰামসিংঘলৈ ঘৰিনিয়েকে লেখা দিলে। কৃষ্ণসিংহৰ বাঘেৰে জুজাই পাচ্চা মাৰিব খুজিলে। এনে আমাৰ মিত্ৰ পাচ্চা; অনেক ৰাজ্য মাৰি পাচ্চাৰ তলে দিচে। তাৰ যসে ধৰ্ম্মে আটিছে। পূৰ্ব্বদেশ মগলৰ তলপকৈ দিলেহে আউশ্ৰী বাঢ়িব। মজুম খাঁ গৈ ইঠাই নেপালেহি; পূৰ্ব্বদেশত ৰামধৰ্ম্মসতত্তে প্ৰবৰ্ত্তিচে, গো-ব্ৰাহ্মণ বৈষ্ণৱ কুশলে আচে। এই সকলকতলকৈ দিলে কিহয় তাক জানে; আকে চাই ফিৰি আহিল হে যোগ্য। এইকথা ৰামসিংহে শুনি এখেতো যুদ্ধে নোৱাৰি, তেওঁ পানিয়ে এটা যুদ্ধ কৰিলে।

চৰিপ খাঁ, পানিৰ সৰ্দ্দাৰ হৈ ধৰিলে হি। আমাৰো ভেবাৰ ডাউকি পানি ফুকণ, নাওবৈচাফুকণ, বড়ফুকণ নৰিয়া পড়িচিল। বঙাল উজাই আহিচে দুই কোনৰ মানুহে হিলৈ নামাৰে। গনকে হাক দিচে। তাৰ আগে পণ্ডিত ৰাই আহিচিল। আন্ধাক বালিত গড় নেদেখি গল। গুৱাহাটিলৈ ঘোড়া তুলিব পাৰি এই কথা মন কৰি নাওত ঘোড়া তুলি আনিচে। পণ্ডিত ৰাই গলত্তে গড় বান্ধিলে। বঙালো জুৰিয়া পৰ্ব্বত পালে হি; আমাৰ নাৱো ছহকি অশ্বক্ৰান্ত পালে হি। মিৰি সন্দিকৈৰ

আন্ধাকবালী আৰু জুৰিয়া পৰ্ব্বতৰ ৰণ।

পুতেকে বাপেকলৈ কলে। বোলে ৰাজ্য পানিয়ে ভাগিল, ফুকন কিয় নাহে। ফুকনে বোলে মঞি এই ঠাইতে চাৰি কড়া কড়ি দি মাটি কিনিছো; নৰাৰ খাব যি বড় কাল আচে যদি যাই সকলোত কৈ পাচ হৈ যাব; বঙ্গালক সমুখে দুই চাৰি হিলৈ মাৰিব। পাচে বঙাল উজাই আহি আন্ধাৰু বালি পালে হি। আমাৰ নাৱৰ লোক উজাবলৈ মন কৰিলে; নড়াএ ৰজা সৰণ দিলে। বড় ফুকন নৰিয়া; ফুকনে বোলে মোক বাট ঘৰলৈ পিড়াৰে উলিয়াই নে। পাচে ওলাই আহি দেখে বঙাল উজাই আহিচে।

গণকত সুধিলে; গণকে বোলে এতিয়া ক্ষেন হৈচে ফুকন নাৱত উঠিল গৈ। উজনি লৈ নাও মেলিব যুজিলে। ফুকনে খঙ্কে বোলে মোক এই কাৰ্য্য লৈকে মহাৰাজা থৈচে। এই বুলি চাৰিটা চহি-আলক গদি আলে। কেতোএ বোলে পানীত বান্ধি পেলালে। চাউডাঙ্গকো ডৰিয়ালে। লুইতৰ মাজলৈ ফুকনৰ নাও সাত খন মেলিলে। মোক বঙালে ধৰি নিয়োক। ৰাজ্য সুখে উজাওক। দুয়ো পাৰৰ ৰাজ্যে দেখে ফুকনৰ নাও মেলিলে; ফুকনৰ আগ হুই যেনে কৈ পাই তেনেকৈ বঙালক ধৰিলে। চৰি খাঁ বোলে গড় উঠিলো, আৰ কি কৰিব; এই বুলি পিঠি দি উজাই আহিচে। তাতে গুলি লাগি মৰিল। আমাৰ নাও পাচ কাটি দিব নোৱাৰে।

নাওতে ভড়ি দি ইপাৰ সিপাৰ হব পাৰি। দুই কোথৰ পৰা হি লৈ মাৰিব ধৰিলে; বঙাল বহুত পড়িল। বঙালক ভঙাই নিলে। পানীৰ যুদ্ধৰ পৰা আৰু যুদ্ধ নহল। তাত পাচে পচৰিয়াত ৰামসিংহ ৰহিল গৈ। চেচানৈৰ কোখত মহাৰাজাৰ আজ্ঞাৰে ঘোড়া কোয়ঁৰ আহিচিল; পাচে ইবোৰে ঘোড়া কোয়ৰত কলে। চাৰিও দিকি পানি। দেৱতা বোলে যদি বঙালক ধৰিব পাৰি। এই কথা সুনি ৰাজা বোলে ধৰোক। বৰ ফুকন লৈকো দাই ধৰিলে। এনে কথা আচোতে মোলৈ কিয় নজানাব। লোকে

যে জনাই পঠাই এই বুলি দাই ধৰিলে। পাচে গোহাঞিবোৰ গড়তে থাকিল। বৰ ফুকনো থাকিল। ঘোড়া কোঞঁৰে ৰজাৰ আজ্ঞাই ফুকণ বোৰক পুয়তি নিশা গড়ৰ পৰা ওলাই ফুলুঙে দি নাও গড় পাৰ কৈ টানি নি বঙালক নাৱে তৰে ধৰিলে গৈ ; আহোমৰ বিস্তৰ লোক কাটিলে। পাচে বঙাল ৰঙা মাটি লৈ যাবৰ মন কৰিলে ; এই কথা সুনি ফুকন বোৰে বড় ফুকনক কলে।

ভাগি যোৱা বঙালৰ আহিলা পাতি ৰাখিব পাৰি ; ফুকনে বোলে যাৰ যি ইচা তাকে কৰা। অনেক দিন যুজি বলে নোৱাৰি ৰাম সিংহ ভটিয়াই গল। ই যসস্যা নাতিল। দুখ পোৱা মানুহ হাজাৰ চাৰেক পেলাই খড়া দা খড়া বাৰু এই ৰেহে মহাৰাজাক গিৰি কৰিম। পাচে ৰাম সিংহো ৰঙা মাটি লৈ ভটিয়াই যাওতে মাধবক সেৱা কৰি উঠি ব্ৰাহ্মন বোৰৰ আগত বোলে বড় নবাৰো সামান্য নহয়। যন্ত্ৰাকৃতি গড়। একো ঠাই চিদ্ৰ নাপালোঁ। হেঙেৰা বৰিয়া ঠাকুৰিয়া আহি এই কথা কলত। ফুকনে বোলে সকলো বাপ ভাই জানিবা, শত্ৰুৰ মন ৰাস। পাচে ফুকনে চকিয়ালক বোলে পূৰ্ব্ব নিবন্ধে মনাহাৰ মুখত চকি দেগৈ। উত্তৰে দক্ষিণে সেই নিবন্ধে চকি দিলে গৈ। এই কথা কবলৈ ৰাম কটকিক পঠালে। ৰাজায়ো সুনি আনন্দ হুই সমস্তকে যথাযোগ্য প্ৰসাদ দিলে। তাত পাচে ফুকনৰ মৃত্যু হল। পাচে তাঞিৰ ককায়েক নিমাতি ফুকণক বড় ফুকন পাতিলে। উদয়াদিত্য ৰজায়ো তিনি জনা গোহাঞি আদি কৰি সমস্তকে বৈৰাগিত শৰণ লগলে। মোৱা মৰা আদি কৰি সমস্ত ঠাকুৰ বোৰক শৰণ লগাবলৈ ধৰিলে। পাচে সৰু জনা গোহাঞে উদয়াদিত্যক ধৰিবলৈ সমস্তেৰে মনে মনে সমালোচন কৰি, ৰাত্ৰিয়ে উদয়াদিত্যক ধৰিলে গৈ ; চাৰিঙিয়া বড়ুয়াক পা পং নেওগক থিতাতে কাটিলে। শক ১৫৯৬। ভাদ্ৰ মাস নিশা ৮ গতে। পাচে সৰু জনা গোহাঞে উদয়াদিত্যক ৰাজাক মাৰি ৰাজা হল।

উদয়াদিত্য৷ ৰামধ্বজসিংহ।

পাচে বৈৰাগিস্থক মাৰিলে ; লোহিত্যতো জজ্ঞ কৰিলে। পাচে অভিষেক হৈ ৰামধ্বজ সিংহ নাম ললে। ১৫৯৬। চুটিয়াকো মাৰিলে।

তাত পাচে অনেক উৎপাত হল। নগৰ তল গল ; ভাৰিকাত ভালুক পড়িল। চাৰিং ৰজাক ৰাৰুকিয়া বড় গোহাঞিক, এই দুইকো মিচা বাদে মাৰিলে। তাত পাছে ৰামধ্বজৰ ভস্মসাৰ হৈ, মৃত্যু হল। হেন জানি ফুকণ বোৰে সমন্নিতে আলচি উদয়াদিত্যৰ পুত্ৰ কলিয়া গোহাঞিক ৰাজা পাতিবলৈ যুগুতি কৰিলে ; পাছে ডেবেৰায়ে জানি ফুকণ বোৰকো বড়া বড়ুককো ৰাতিয়ে সালত দিলে। পাচে ৰামধ্বজ ৰজা মৃত্যু হল ; শক ১৫৯৬, মাস ১১, বু ১৮। তাত পাচে ডেবেৰায়ে লাউক পাচিলে? সৰাইঘাটলৈ ৰজা নিব দিচে বুলি কৈ ঘোড়া কোঞৰক বাটত মাৰি আহিবি।

ৰামধ্বজ সিংহৰ মৃত্যু।

---

# একাদশ অধ্যায়।

পাচে লাউএ ৰজাৰ কথাকৈ সৰাইৰ ঘাটৰ পৰা আনি ফুকনকো বড়ুয়া বোৰকো বড়াবড়ুককো সৰিয়স তলিত মাৰি আহিল। পাচে ডেবেৰা চাম গুড়িৰ পৰা কোৱঁৰ আনি ৰজা পাতিলে। বড় বড়ুয়া জিয়েকক কুৱৰি পাতিলে ; ১৫৯৬ ; মাস ১১ বু ১৯ নিশা। পাচে তিপামৰ ৰজায়ো ডেবেৰাক মাৰি ৰজা হবলৈ আহিল ; তাকো ডেবেৰাএ পৰ্ব্বতৰ আলিত খেদি মাৰিলে ; নামৰূপীয়া ৰজাকো মাৰিলে পাচে ৰজা, কুঞঁৰি, চেউধৰা ফুকন, তিনিয়ো আলচিলে ডেবেৰাক মাৰিবলৈ। এই কথা ডেবেৰাএ জানি, তিনিকো ৰাতিএ মাৰিলে, সক ১৫৯৪। মাস ১২।

ডেবেৰা।

জাত পাচে জেবেৰাএ তুংখাওৰ পৰা কুঞ্চঁৰ আনি ৰজা পাতিলে। ১৫৯৪ শক। এই কথা সবাই ঘাটত বুঢ়াগোহাঞি, বড় ফুকনে শুনি, ফুকন, ৰাজখোৱা হাজৰিকিয়া সমস্তবে সমালোচন কৰি বুঢ়াগোহাঞিক ৰাজা পাতি ডেবেৰাক মাৰিবলৈ উজাই আহিল। পাচে ডেবেৰায়ে সকলে উজাবৰ জানি লাউ ডেকাক কাটি যাত্ৰা কৰি, বাঁহ গড়াতে যুদ্ধক সমুখে ৰহিল।

পাচে বুঢ়া গোহাঞি বড় ফুকন পাবৰ শুনি ৰাজা বুঢ়া গোহাঞি গড়ৰ বাজহে ৰহিল গৈ। পাছে ফুকন ঘোৰো বধিল গৈ। পাচে ডেবেৰাও পলালে। ৰাজায়ো হাইঠাগুড়িত ৰহিল গৈ। পাছে বড়ফুকনে ৰাজাকো দেবেৰাকো মাৰিলে; সক ১৫৯৪, মাস ১। পাচে বুঢ়া গোহাঞে বোলে পূৰ্ব্বাপৰেও আমিহে পাত্ৰ। ৰাজা গোষ্ঠিয়েহে ৰাজা হব পাই; এই বুলি দিহিঙ্গৰ পৰা কোঞৰ আনি ৰজা পাতিলে, সক ১৫৯৪, ১ মাস, ১২ দিন। পাচে ৰজা অভিসেক হল। আকাশত অগ্নি জ্বলিল, ধুমকেতু পৰিল। পাচে বুঢ়া গোহাঞিক ধৰিবলৈ কোঞৰ বোৰে যত্ন কৰিলে; পাছে গোহাঞে জানি দিহিঙ্গিয়া ৰাজাক ধৰিবলৈ দোলায়েৰে ভিতৰ সোমালগৈ; পাচে দিহিঙ্গিয়া ৰজায়ে জানি নেড়িবি বুলি খেদি আহিল, পাচে গোহাঞে ৰব নোৱাৰি পলাল দোলা এড়ি। দিহিঙ্গলৈ উজাই পাছে ভটিয়াই গল। সক ১৫৯৮, মা ১১, নিশা ৮ গতে, পাচে বুঢ়া গোহাঞি সাল কোঁৱৰৰ মুখত বৈ উত্তৰ কোল দক্ষিণ কোলৰ লোক ৰবাই, বড় ফুকনলৈ জনাই পঠালে। পাচে ফুকনেও মেচা বড়বড়ুৱা আদি কৰি ফুকন, ৰাজখোৱা, হাজৰিকিয়া, এই সকল লোক জন সহিতে বুঢ়া গোহাঞিৰ ঠাইক পঠালে।

ডেবেৰাৰ মৃত্যু।

দিহিঙ্গিয়া ৰজায়ো সাধুসকলক সত্য সপত কৰি বুঢ়া গোহাঞিৰ তলৈ পঠালে। পণ্ডিত সকলক পঠালে। কটকিকো পাচিলে। তত্ৰাপি গোহাঞি নাহিল। ৰজায়ো যুদ্ধক মনে সিও দুৱাৰক্ত

ৰহিল গৈ। পাছে দুইবো প্ৰধান যুদ্ধ হল। পাছে ৰজায়ো যুদ্ধ ভঙ্গ হৈই নগৰত ৰহিল হি ; চাৰিয়ো কোঞৰ পলাল। গোহাঞিও আহি শাকবাৰি নাওশালিত থিতহৈ ৰাজাৰ চক্ষু কাঢ়িলে। এতেকে ৰাজায়ো মৰিল। সক ১৫৯৮। বু-বাৰ। চাৰি কোঞৰকো মাৰিলে।

পাচে পৰ্ব্বতিয়া কোঞৰক আনি ৰাজা পাতি বুঢ়া গোহাঞিৰ জিয়েকক কুঞৰি পাতিলে ; সক ১৫৯৮। বড় ফুকনৰ জিয়েকক পৰ্ব্বতিয়া কুঞৰি পাতিলে। বুঢ়া গোহাঞে জপং গোহাঞিক বড় গোহাঞি পাতিলে ; কেন্দুগুৰিয়া বড় পাত্ৰৰ নাতিএকক বড় পাত্ৰ পাতিলে। উদয়াদিত্য ৰাজাৰ পৰা পাত্ৰৰ অধিন হল। কতো দিন থাকি পৰ্ব্বতিয়া ৰজাক চোৰে কাটিলে। ৰাজা কথমপি হে জিলে। চোৰকো নাপালে। বুঢ়াগোহাঞে বড় ফুকন বোৰেৰে আলচি বোলে সবাই ঘটীয়া বোৰে মানুহ পঠিয়াই ৰজাক কাটিলেহি। এই কথা সবাই ঘটিয়া বোৰে স্থনিলে। বুডা গোহাঞে চিন্তামণি গঢ় বন্ধালে সক ১৬০০। মাস ৪, বাৰ ১১, বড় ফুকন প্ৰমুক্ষে সমস্তে ফুকনে বোলে, আমি দেখো গুৱাহাটীৰ গঢ়ত সত্ৰুক সমুখে ৰহি আছে।। মাজৰ ৰাজত যে গঢ় বান্ধে কালৈ বান্ধে। আমালৈকে হে বান্ধে ; পাচে সকলে আলচি বাদুলি ফুকনৰ তলৈ মানুহ পঠালে।

পৰ্ব্বতীয়া কোঞৰ।

চিন্তামণি গড়।

বঙালৰে কথাবাৰ্ত্তা হৈ গুৱাহাটী এড়িবলৈ যুগুতি কৰিলে। আৰু বড় ফুকনে সমস্তৰে সমালোচন কৰি বুঢ়া গোহাঞি লৈ আহিলা পাতি খুজি পঠালে। তাকো নেদিলে ; এতেকে গুৱাহাটি এড়ি সবেয়ো উজাই আহি বুঢ়া গোহাঞি লৈ সসৈন্যে সহিতে খেদি গল ; বড় ফুকনে কলিয়া বৰত ৰহিল। পাছে কিৰ্কিৰিয়া ফুকনে টেপৰ তলিয়া ফুকনক মৌফুকনক এই দুইকো ধৰিলে। পাছে বুডা গোহাঞি ভাগি পলাল ; সাত

সয়াত খেদি ধৰি কলিয়া বৰলৈ নি ৰাখি থলে। শক ১৬০০। মাস ১০।

ৰাজায়ো পৰ্ব্বতলৈ পলাল। পাছে বড় ফুকনে বোলে মহাৰাজা চিন্তা নকৰিব। আৰু এইখন বিচাৰ কৰোক—দেৱক কোনে কাটিলে; মাজৰাজ্যত কোনে গড় বান্ধিলে। পাছে ৰাজা বোলে এই সমস্ত বুড়া গোহাইহে কৰিছে। মন্ত্ৰিনা জানো পাছে বুড়া গোহাঞিকো মাৰিব দিলে। গোহাই বোৰে হে ৰাখিলে। চলাৰ পুতেকক যদুক এই দুইকো বঙাললে পাচিলে হাতি দাঁত, আগৰকাঠ, গন্ধ, চামৰ, সোন কাপৰ পিৰা সোনৰ ফণি, পত্ৰ সন্দেশ দি। বড় ফুকনে বোলে বোলে চলা তঞ্চি গলে মন্ত্ৰিহে যাঞ। পাচ্চা যেনেকৈ মোক পত্ৰত ৰাজা বুলি লেখে, তেমত কৰিবি; চলাকো বিস্তৰ অলঙ্কাৰ দিলে। পাচে চলাও বঙাললৈ গল। পাছে পৰ্ব্বতিয়া ৰজায়ে মেচা বড় বড়ুয়াৰে আলছি বড় ফুকনক ধৰিবলৈ মন কৰিলে। কিকিৰিয়া লৈকো জনাই পঠালে। পাচে কিকিৰিয়া বোলে অথন নোৱাৰো ধৰিব। একেলগে ব্ৰহ্মপুত্ৰত সপত কৰিছে। যদি কলিয়া বৰলৈ বঙালে আনে, দেৱৰ আজ্ঞায়েৰে অবশ্য ধৰিম। আৰু গড় গঞা সন্দিকৈ নেওগ তাকো গড় আগুঁতাবলৈ বুলি কলিয়া বৰলৈ পাচিলে চলকৈ ফুকনক ধৰিবলৈ। নেওগেয়ো কলিয়া বড় পাই ফুকনক সঙ্কেত কহিলে; তাত পাছে লাপিতিৰ পুতেক পানি দিহিঙ্গিয়া ফুকনো গড় গাওঁপৰা কলিয়াবড়লৈ পলাই গৈ বড় ফুকনত সমস্তে কলে।

পাণী দিহিঙ্গীয়া ফুকন।

পাছে বড় ফুকনেও সত্য সপত কৰি, ভাত ধৰাক বড় ফুকন পাতিথৈ সসৈন্যে গৰগ্ৰামলৈ আহিল। পাছে চামগুড়িয়া কোঞৰ টিক ৰজা পাতি পৰ্ব্বতিয়া ৰজাক মাৰিলে। পাছে চামগুড়িয়া ৰাজয়ো চয় মাসলৈ চাওতে থাকি পাছে মেটেকাত পাট কৰি ৰহিল গৈ; শক ১৬০০। বড় ফুকনৰ জিৰ

চামগুৰীয়া ৰজা।

এককৈ বড় কুঞৰি ভাতধৰাৰ জিয়েকক পৰ্ব্বতিয়া কুঞৰি পাতিলে। তাত পাছে বঙালো চলাক বিদাই দিলে গড় গ্ৰামলৈ। গোবিন্দ ৰাম কটকিক ঘোড়া পত্ৰ সন্দেশ দিলে। বঙালে পত্ৰতো এইখন লিখিছে। ৰাজা বড় ফুকন তোমাৰ দোৎস মনকো মাৰি ৰাজা হুই থাকা। আৰ যিবা দোৎসমন তাক আমাৰ ঠাই দি পঠাব। এই বুলি পত্ৰ দি বিদাই দিলে তাত পাচে বড় ফুকনক সকলে আলচি কটলে ; পাচে লান মাখু বড় ফুকন হল ; পানী দিহিঙ্গিয়া বড় বড়ুৱা হল। সবে আলচি ভাত ধৰাক ধৰিবলৈ খেদি গল কলিয়া বৰলৈ ; পাছে ভাত ধৰা বঙাললৈ ভাগি পলাল। ৰাজাকো মেটেকাৰ পৰা আনি হাতিসালৰকো যত পাট কৰি ৰহিল। এমনে এক বৎসৰ হল। পাচে সমস্তে সমালোচন কৰি বোলে অসামৰ্থ ৰজায়ে কি কৈ ৰক্ষা কৰিব। সমৰ্থ হলেহে ৰাখিব পাৰিব, এই বুলি তুংখুঙ্গিয়া কোঞৰক কলিয়া বৰলৈ নি লানমথক বড় ফুকন প্ৰমুখে ফুকন বোৰে সেৱাকৈ ৰাজা পাতি গৰগ্ৰামলৈ পঠালে। এমনে এক বৎসৰ হল।

পাছে মহাৰাজায়ে আলছি গুৱাহাটি মাৰিবলৈ বড় ফুকনক পাঞ্চিলে। লাম মখক বড় ফুকনেয়ো সমদলে প্ৰাৰম্ভ কৰি মঞ্জুৰ খাক খেদি গুৱাহাটি মাৰিলে গৈ। আলি আকবৰ মিৰ্জ্জা চিৰাজ এড়াই গল ; পানিৰ সৰদাৰ জয়ন্ত সিংহ পড়িল ; মৎসল দেৱান এড়াল। গছ নাও ২ খন পড়িল। ঘোড়া, নাও, আহিলা পাতি মুক্তা পোৱাল, লাহৰি, পামৰি বসা, হিলৈ, বাৰু, হাতি, ৰূপ, সোন, তাম, পিতল, সিহ, ৰাং, গন্ধ, তাও আৰু বাজত বস্তু পালে। পুৰ্ব্বাপৰে ও এতেক বস্তু পোৱা নাই। এমনে কতো দিন আছে। পাচে সমস্তে গুৱাহটিয়া ফুকনে মনে মনে সমালোচন কৰি ৰাজাএৰে লামাখক বড় ফুকনক গুৱাহাটিতে ভাঙ্গি ৰাজালৈ দি পঠালে। ৰাজায়ো ঘৰদুৱাৰ লুৰি আনি ঘৰলৈ বিদায় দিলে।

পাছে গড় গঞা সন্দিকৈ নেওগ ফুকন বড় ফুকন হল। এমনে

দুই বৎসৰ হল। পাচে গুৱাহটিয়া ফুকন বোৰে কোঞৰ এটি

গৰগঞা সন্দিকৈ। গদাধৰ সিংহৰ মৃত্যু। ৰুদ্রসিংহৰ সিংহাসন আৰোহণ।

নি ৰজাক গুচাবলৈ মন কৰিলে। বড় ফুকনেও ৰজালৈ ৰহস্তে জনালে; ৰজায়ো গোহাঞি বোৰেৰে সমালোচন কৰি চামধৰাৰ লগত ৰহিল গৈ। গুৱাহটিয়া ফুকন বোবো সাৱধান হৈ ৰহিছে। পাছে ৰাজায়ো উপাই কে কলিয়াবৰলৈ অনাই চাৰিংগিয়া ফুকন বুড়া গোহাঞি ফুকনক টঙ্গনিয়াই মাৰি স্থলত দিলে; গড় গাঞলৈ আহি স্বতন্ত্র হৈ ৰহিল। তাত পাচে নাম ভাঙ্গিয়া ফুকনকো টঙ্গানিয়াই মাৰি স্থলত দিলে। পানি ফুকনকো মাৰিলে। এমনে কতো দিন থাকি সাধুসকলৰো মনত ক্লেশ জন্মাই অনেক দুখ দিছিল; বস্তু জাতো লুৰি পুৰি ললে। পাছে তুংখুংঙিয়া গদাধৰ সিংহ ৰাজা মৰিল। তাত পাছে তেওঁৰ বড় পুতেক ৰাজা হুই ৰুদ্র সিংহ নাম ললে। এতেকে গৰ গঞা সন্দিকৈ বড় ফুকন মৰিল; তাত পাছে ডুৱৰাৰ পুতেক বড় ফুকন হল; সক ১৬০৯।

১৫৯৩। তাত পাচে মেটেকিয়ান ফুকনে বঙাললৈ কথা দি গুৱাহাটি এড়ি দিলে। বঙ্গালৰ নবাব মন্সুৰ খাএ লোকজন সহিতে আহি গুৱাহাটিৰ গচলৈ তিনি বৎসৰ পাঞ্চ মাস অধিকাৰ হৈ আছিল। তাত পাচে ১৬০৪ শকত আসাঢ় মাসত তুং খুঙিয়া গদাধৰ সিংহ মহাৰাজায়ে পাত্র মন্ত্রিএৰে সমালোচন কৰি, গুৱাহাটি লবৰ কাৰণ নামধৰু চেটিয়া বড় ফুকণ দিহিঙ্গিয়া বড় বড়ুয়াক, কেঁও সন্দিকৈৰ পুতেক, নাম ভঙ্গিয়া ফুকণ খামৰাক চাৰিঙ্গিয়া ফুকণ, লামনখৰুৰ বঙ্গহ পুথাও ফুকণ, দিনিহাল বুঢ়া গোহাঞিৰ বঙ্গহ চেঙ্গেলাই ফুকণ, ফুল বৰুয়াৰ পুতেক পানি ফুকণ, সলাল বড় গোহাঞিকো গড়গাঞৰ পৰা পাছিলে।

লাপিতি ফুকণৰ পুতেক, পানি দিহিঙ্গিয়া বড় বড়ুয়াৰ পিক চাই চেটিয়াৰ নাতি হলো ফুকণ, এই সকল প্রমুক্ষে ৰাজা খোৱা, হাজাৰিকিয়া সকলে কলিয়া বড় পাই গৈ ফুকণ বোৰ সহিতে

বুজি হৈ কলিয়া বৰৰ পৰা যাত্ৰা কৰি উত্তৰ কোণে দক্ষিণ কোণে নাৱে ভৰে ঁতিয়াৰ হৈ কাজলিত বহিল গৈ। বঙালেও আসামৰ ভিতৰ লোক দেখি পানিখাতি ফুকনা এই দুই ঠাইৰ নাও-নাওৰা এড়ি ভাগি গুৱাহাটীত সোমাল গৈ; কজালিত চুলুপ নাও পড়িল। তাতো আহিলা পাতি ঘোড়া কিছুমান পালে। জয় দুৱাৰৰ বঙালো ভাগি ইটা খুলি সোমাল গৈ। এই ক্ৰমে বাহিৰৰ কোঠ সকল মাৰি নাৱে ভৰে ইটা খুলি চাহ বুৰুজত ধৰিলে গৈ। ইটা খুলি থানাদাৰে লোকজন সহিতে আহি এক প্ৰহৰ মান উমাদন্দৰ থানাতে ৰহিলৈ পাতিচিল। দক্ষিন কোলৰ সৰদাৰ দিহিঙ্গিয়া বড় বড়ুৱা নেওগ ফুকন, চাৰিঙ্গিয়া ফুকণ, পুথাও ফুকণ, হলৌ ফুকণ, আনোহা হাজৰিকিয়া আচিলে।

পাছে আলিএ কহুৰে, লোক জন সহিতে অস্ত্রে সস্ত্রে সাৱধানে আহি ইটা খুলিৰ পৰা ওলাই সৰনিয়া পৰ্ব্বতৰ কোঠত বড় বড়ুৱাৰে নেওগ ফুকনৰে সমুখে ধৰিলেহি। আসোৱাৰে ঘোড়াৰ পৰা নামি হাতত ঢাল ধৰি গড়ৰ ঘোড়া সলখা কাটিবলৈ ধৰিলে হি; সিয়ো আমাৰ গুলি লাগি মৰিল।

ইটাখুলিৰ যুদ্ধ।

আনো লোক অনেক পড়িল। আলি এক হুৰে পলাই ইটা খুলিত সোমাল গৈ। পাচে আমাৰ ডাঙ্গৰিয়া সকলে, ইটা খুলিক সমুখে চাপি গড় দি থাকিল। পাছে সন্দিকৈ ফুকণে সেই গড়তে কোট হাকলে; সেই দিন ধৰি ওলাবৰ সকতি নহল; ইটা খুলিৰ পৰা গুলি মাৰিচিলে। পানি দুৱাৰতো আনি দিহিঙ্গিয়া ৰাজ খোৱায়ে অনেক লোক জন সহিতে নাৱেৰে জয়স্তি সিংহক যুজিচিল; আমাৰ বোৱে যুজত জিনি তাকো ধৰিলে। উত্তৰ কোলত সলাল বড় গোহাঞে চেঙৰাই ফুকণ সদিয়াল মৰঙ্গিয়াল আনো লোক জন সহিতে চাহবুৰুজত সাৱধানে আচিল। লাহিত্তৰ উত্তৰে চেটিয়া বড় ফুকণ নাৱেৰে দখিনে পানি ফুকণ। পাচে বঙালে যুজে নোৱাৰি ভাদ্ৰৰ এক দিন যাওতে বুধবাৰে প্ৰভাতে আলিএ কহুৰে সবাকে এড়ি

কিছুমান মানুহেৰে ইটা পুলিৰ পৰা ওলাই নাৱেৰে পাৰ হুই মঙ্খুৰ খাৰ ঠাই গল। পাচে সি পালত গৈ সেই দিনাএ ভেৰ পৰ বেলা হলত আপনাৰ গাৰামি নাৱেৰে পলাই গল; সেই লগতে আলিএ কুহুৰ চতমল সহিতে গৈল।

তৰবাটেও ৰাজা ইন্দ্ৰমণি, দলনসিংহ কবিৰ খাঁ এই সকল প্ৰমুক্ষে আনো আসোৱাৰে পিৰা দাঁ হাটাৰি বেপাৰি ভাগি গল। পাছে চেটিয়া বড় ফুকন গুৱাহাটিতে ৰহিল। বড় বড়ুয়া প্ৰমুক্ষে ফুকন ৰাজ খোৱাএ নাৱে তবে মানাহা নদিলৈকে খেদি গৈছিল; মঙ্খুৰ খাত্ৰ ৰঙ্গা মাটিলৈ গলত তাক ধৰিব নোৱাৰিলে। তাত ৰাজে চিপাই পিয়াদা হাটাৰি বজাৰি ঘোড়া মহ উট বলধি গৰু লোহাৰ পিতলৰ সৰু হিলৈ ঢাল তৰোৱাল জামদাৰ খগুয়া নাও আনো ২ আহিলা পাতি ধন মান বিস্তৰ পালে।

---

# দ্বাদশ অধ্যায়।

মিৰিৰ যুদ্ধৰ সমাচাৰ।—গদাধৰ সিংহ মহাৰজাৰ দিনত ১৬০৫ শক শ্ৰাৱনৰ পাঁচ দিন যাওতে বুধবাৰে সদিয়াল মিৰিয়ে যাকে যৈতে পালে ততে কাটিলে। ঘৰত জুই দি লৰা তিৰোতা পুড়ি মাৰিলে; সন্দিকৈ গোহাঞি বাৰ ফালি পেলালে। বিলাতৰ মানুহকো কাটি মাৰি লুৰি পৰি নিলে। পাচে সেই কথাকে সদিয়াল মানুহে ৰজ্বাৰ্ত জনালেহি। ৰাজা সেই কথা স্থনিগো হাঞ্ৰিবোৰেৰে সমালোচন কৰি মিৰিক মাৰিবলৈ বাঘ চোৱা নেওগ গোহাঞ্ৰিৰ নাতি, নাও বৈচা ফুকন লোক জন হাজৰিকিয়া লগত দি পাঞ্চিলে, ফুকনেও শাওনৰ ১১ দিন যাওঁতে মহাৰাজাক সেৱা কৰি যাত্ৰা কৰিলে; মিৰিও তিন মুগ্ননি সিমা কৰি লোক জনক লুড়া পুড়া কৰিলেহি। পাছে ফুকন

পালেগৈ; মিৰিয়ে আপনাৰ গাও সোমাল গৈ। ফুকনে খেদি সদিয়াৰ জখৰিয়া চাপৰিত থানাদি ৰহিল গৈ। সেই বেলা মহাৰাজা ৰূপ সন্দিকৈকে বিহ গোহাঞিকে সদিয়াৰ পৰা আনি হাতিসালত বন্দিকৈ থলে। মিৰি সন্দিকৈৰ বঙ্গহ দিহিঙ্গিয়া ফুকনৰ পুতেকক সদিয়াৰ বড় গোহাঞি পাতি পথালে।

তাত পাছে ৰূপসন্দিকৈৰ বিহ গোহাঞিৰ কথা চাৰিঙ্গিয়া ফুকনক সুধিব দিলে পাছে সোধ পোছ কৰিলত। বিহ গোহাঞে মিৰিক ফেটাই ৰূপ সন্দিকৈক মৰাব খুজিলে হেন কথা লগালে। মহাৰাজেও সেই কথাতে বিহ গোহাঞিক চেপি মাৰিব দিলে। ৰাজা হাটত। সক ১৬০৭, কাত্তি মাস। পাছে মিৰিৰ ঝিকৰ গাঞঁ ১, বেহৰ গাঞঁ ১, লেলাপতি গাঞঁ ১, বড় পাতি দিল্কা গাঞঁ ১, চায়ং বামুনৰ গাঞঁ ১, পাঙ্গৰ গাঞঁ ১, নাই দিয়াঙ্গ নাকৰ গাঞঁ ১, লাহঙ্গ গাঞঁ ১, এই সকল মাৰিলে গৈ।

পাছে সকলে মিৰি ভাগি পলাল। তাৰ ঘৰ ভণ্ডাৰ পৰিলে। মেঠন গাড়ি, খুতাৰ বিস্তৰ পালে। পাছে ফ্কনে হাবিৰ পৰা সদিয়ালৈ ওলাই, সেই কথা মহাৰাজালৈ জনালে। ৰজায়ো দিহিং সীমা কৰি ডুয়লিয়া মানুহ লেখা জোখা কৰি, গড় বান্ধিব দিলে। ফুকনেও সদিয়াল গোহাঞি সৈতে মুলদোৱাল মানুহেৰে সদিয়াত গড় বান্ধি মিৰিৰ গাঞত অনুৰূপে কাটল নিবন্ধ কৰি, ১৬০৯ সকৰ মাঘৰ ১২ দিন যাওতে শুক্রবাৰে নাও বৈছা ফুকনে হাজৰিকিয়া বোৰ সহিতে বিয়েলি মেলত ৰজা সেৱা কৰিলেহি। মিৰিৰ ভেটি মেঠন, ঝকা, জাবৰাং, কৰ, ধনু, এই সকল ভেটিলে। আৰু ধনি আনা মিৰি কিছুমান জোগালে। তাক ৰাজা এ কেতোটিমান কাটি কেন্দু গুৰি সিংহ দুৱাৰ কাটৰ দুৱাৰত মুণ্ড মালা বান্ধি থব দিলে; কতো বোৰক বড়া বড়ুকক বাটি দিলে; ১৬০৯।

শাদিয়া গড।

নমো গণেশায়। চুঙ্গিৰ যুদ্ধৰ কথা। নৰিয়া ৰজা দেৱৰ দিনত চুঙ্গিক মাৰিবলৈ ডাঙ্গৰিয়া পাচিলে। দিহিঙ্গিয়া বড় গোহাঞি

দিজিহিয়াল বুড়া গোহাঞি কেন্দুগুড়িয়া বড় পাত্র গোহাঞি সি বোৰে গৈ দিকৰঙ্গে গৈ সোমাই মাথ নোৱাত ৰহিল আৰু বুঢ়া ঘোড়া কোঞৰকে পিক চাই চেটিয়াকে পাচিলে। ইবোৰো বুৰৈঞ দিগৈ ঘৰ দুৱাৰ পুড়ি ধান কাটি ওলাই আহিল।

পাচে ডাঙ্গৰিয়া বোৰে চকিয়াল ৰূপৰাইকে কছাৰি হাজৰিকিয়াকে গড় বান্ধিবলৈ বাহ কাটি আনিব দিলে। বাহ কাটোতে চুঙ্গিয়ে ৰূপ ৰাই হাজৰিকিয়া প্ৰমুক্কে একুৰি মান মানুহ কাটি লে। আত পাছে চুঙ্গি গোটা দিয়েক কোঠৰ ভিতৰ সোমাই গোহাঞিবোৰত কলে। বোলে আই কুঞৰি দেৱে বাৰ্ত্তা জানিবলৈ পঠাইছে এই বুলিলত: গোহাঞি বোৰেও কাপৰ এক জোৰ দিলে। পাচে চুঙ্গিয়ে গঢ় বাজ হৈ বোলে গোহাঞি বোৰে আকে যে বুজিব নোৱাৰিলে। আমাক মো বিৰূপে মাৰিব; সি বোৰ উলতি যাওক এই বুলি চুঙ্গি পলাল। আত পাচে মাথ নোয়াৰ বান্দৰ ডেয়াত ৰহিল গৈ। তৈৰ পৰা চুঙ্গিক জিজ্ঞাসা কৰিবলৈ যাওতে আমাৰ মানুহ বতাহ গিলা হাজৰিকিয়া প্ৰমুক্কে ছাইচৰতে পাচশ মান লোক কাটিলে। পাছে দিহিঙ্গিয়া বড় গোহাঞে দিজি হিয়া বুড়া গোহাঞিৰ আগত বোলে চুঙ্গি ডালৰ বান্দৰ। তাক আমি ধৰিবলৈ পাম নিকি? আমি ওলাই যাওঁ। যদি জগৰ লাগে মঞি গা কৰিলোঁ। মোৰ ভনি বড় কুঞৰি এই মান কথা ৰাখিব নোৱাৰিব নিকি। এই বুলি হুহকি আহিল।

পাচে স্বৰ্গদেৱে গোহাঞি বোৰক দাই ধৰিলত। বড় গোহাঞে বোলে, বুড়া গোহাঞি বড় পাত্ৰ, যে আছিল, একলে মই ৰব পাৰো নিকি? এই বুলি দাই এড়াল। বুড়া গোহাঞিকে বড় পাত্ৰকে ভাঙ্গিল। আন ফুকনক ভাঙ্গি খেদিলে। তাত পাচে পুলঙ্গিয়া ঢেকেৰি চোঙ্গতে ৰজা আচিল। সেইবেলা মেচা খৰিয়া বড় গোহাঞিকে হাতি মুড়িয়া ফুকনকে পুনৰ্ব্বাৰ চুঙ্গিক মাৰিবলৈ পাচিলে। বড় গোহাঞি সোমদিৰিঞ উজাই আঠীয়া বাড়িত ৰহিল গৈ। হাতি মুৰিয়া ফুকনেও ওৱা মুখে দি বাট কাটি গৈ আঠিয়া বাড়ীত ৰহিল।

চুঙ্গিৰ গাওঁ মাৰি ঘৰ পুড়ি ৰূপ কৰি ধান গৰু মানুহ যি পালে লৈ ওলাই আহিল। বড় গোহাঞেও পৰ্ব্বতৰ দাতিয়ে দি চুঙ্গিৰ ধান কাটি, ঘৰ পুড়ি মানুহ ধৰি পশ্চিমক যাওঁতে তৰা জুলিত চুঙ্গিএ কাৰ একাঠি মাৰিলে। বড় গোহাঞিৰ গাত লাগিল। পাচেতত্তে দহ দিন মান থাকি বঙ্গৰি দিৰিয়া সোলেঙ্গি, এই চুঙ্গিৰ গাঞ মাৰি কাটি ঘৰ পুৰি যি পালে। মানুহ গৰু ধৰি।

আনি থাৱৈএ দি লুইতে ওলাই আহিল; আৰু ও পুনৰ্ব্বাৰ ধান কাটিলে গৈ। চুঙ্গি যি আছিল থাৱলৈ নাপাই বৰিল হি। আৰু ১৫ মাস পূৰ্ব্বে বুঢ়া ৰজা বাৰে কটকিক যি দাইত কাটিলে তাৰ কথা :— হাৰি পৰাৰ ওপৰে ধৰ্ম্মৰাজাক বাসাঘৰ সাজি দি থৈছিল।

বুঢ়া ৰজাই কট-কীক কটা।

এক দিন ধৰাধৰ, চণ্ডি, মহিন্দ্ৰ, কন্দলি, অৰ্জ্জুন, চোট কন্দলি, থাকৰি, দহাই এই সাত কটকি গৈ ধৰ্ম্মনাৰায়ণৰ ঠাইত খুজিলে বোলে, আমাক ভাগি থাৱলৈ যি পাৰে দিৰোক। ধৰ্ম্ম নাৰাণে ৰূপ, বড় পৰিয়া দহাত্তি বাৰে হাতী পচৰঙি দিলে; পাচে সাতোকটকি গৈ চকি হাতত ভগাই লওঁতে কলিয়া কুকুৰা চোয়াএ খুজিলে। বোলে গুৰু বোৰ মোকো কিচু দিয়া; তাক কিচু নেদিলে; এত্তেকে খংকৈ ৰজাত গোচৰ দিলে।

কলিয়া কটকী।

বোলে স্বৰ্গদেৱৰ নো কি নাই। কি বস্তু খাব, পিন্ধিবলৈ নেদিচে। স্বৰ্গদেৱৰ কটকি হৈ যে বিলেলিক মাগে গৈ। এই দাইতে সাতোকো হাতি সালত বন্দি কৈ থলে। আৰু কলিয়া কটকিক নাও-বৈচাএ গোচৰ দিলে। বোলে বড় কটকি হৈ, বঙ্গালত কলহ, কাপৰ, ৰূপ মাগিব, পাই মেকি। পাচে ৰাজা কটকিত সুধিলে। কটকিএ বোলে মই মাগিবৰ নাই। মোৰ বস্তু জাত চুৰি কৈ নিবৰ মুনি সত্ৰাজিতে কলহ এজোৰ ৰূপ এসেৰ কাপোৰ এজোৰ, আৰু খাবৰ বস্তু জাত দি পঠালে। মই খোজা নাই।

ৰাজা বোলে এই কথা কোনে জানে। কটকিয়ে বোলে এই কথা আগে চকি আলে ভেলাই জানে ; পাচে লাঙি ফুকনত সুধিব দিলে। কটকিকো ভড়াৰি গোহাঞিক বন্দিকৈ থব দিলে ; পাচে সাত কটকিৰ লগত বন্দিকৈ থলে। একদিনা ৰাজা পৰ্ব্বতৰ পৰা আহোন্তে, সাতো কটকিক হাতি শালত দেখি কাটিব দিলে ; শক ১৫৩৮। আঠকো কাটিব লৈ দৰিকাৰ কাথৰলৈ নিলে। পাচে কলিয়া কটকিএ বোলে সাতোটা হে কাটিব দিছে। মই ইহতৰ লগৰ নহওঁ। মোক আন দাইত হেঁ বন্দি কৰিচে। তথাপিনেৰোতে টকা যাচিলে। পাচে থৰাধৰ কটকি টকা দি এড়াল। পাচে লাঙি ফুকনত সুধি জনালে হি। বোলে হই। সত্ৰাজিতে শুনি আপুনি দিলে ; ৰজায়ো কটকিক আনিব দিলে। পাচে ভড়াৰি গোহাঞ কাটিবৰ কথা কলত।

ৰজাএ দাই ধৰি গোহাঞিকো খাণ্ডিলে। চাউ দাঙ্গকো কাটিলে। তাত পাছে ১৫৩৯, বড় গুৰু কটকিএ বুঢ়া ৰজাত কলে। বোলে স্বৰ্গদেব মোৰ মানুহ এটিএ কৈছেহি। যুদ্ধক সম্মুখে বিস্তৰ বঙাল আহিছে। এই কথা ৰাজা শুনি ভেলাই গৈ সুধিলে। ভেলাএ বোলে ৺ দেবতাএ মোক এই কাৰ্য্য লৈহে থৈইছে ; বঙাল নাই ; বড় গুৰুএ কেনেকৈ কয় না জানো। দেৱতায়ে বোলে তঞি যি কথাৰ মানুহ তাক কৰিবি। এনেকৈ কথাকে নেকৈ কয়। এই দাই ধৰি কাটিলে।

তাত পাছে বড় কন্দলি, সাগৰ কন্দলি, জগন্নাথত পুখুৰি খানিবলৈ পঠালে। সিবোৰে পুখুৰি খানি আহিলত। বঙালনি বেটি কিনি আনিলে। তাইহঁতে দেৱতাত গোচৰদি বোলে, দেৱে যি কাৰ্য্য কামৰ কাৰণে পাঠিলে, উকিলে কি কাৰ্য্য সাধিছে। তাক না জানো ; আমাক ভাৰ্য্যা বুলি আনি এখন বেটি কৰে। এই মুনি ৰাজা দাই ধৰি বোলে মোৰ কাৰ্য্য কি কৰিব। মোৰ ৰূপ ভাঙ্গি বঙালনি আনিবলৈ হে গৈচে।

জগন্নাথত পুখুৰী খনোৱা।

এই দাইতে কাটিলে। ১৫৫৯ পাছে পিকচাইৰ দিনত ৰতনকন্দলি, মাধৱ কন্দলি বিৰিনাএ ৰজাত গোচৰ দিলে। বোলে পিকচাইএ দেৱতাৰ কামকি কৰিব। দুই তিৰোতাৰ দন্দ ভাঙিব নোৱাৰে; আৰু ফুল পিন্ধাই হে থাকে। এই শুনি ৰজাবোৰে মোৰ কাৰ্য্য কামনো কেনেকৈ ক'ৰিব। এই বুলি হাতিশালত লোৱা দিলে। এক দিন ৰাজা পৰ্ব্বতক গৈ আছিলত, আই কুঞ্জৰিএ দেখি সুধিলে বোলে কি কৰ পিক চাই। সি বোলে ক্লি শোধ পইৰে থইচে ঠিক চাই। বড় কুঞ্জৰিয়ে ৰজাক মাতিহে মেলালে। পাচে পিকচাই বোলে বামুনক সোনৰূপ কাপোৰ দিলে ভাল হও।

আকে নাপাইহে দেবতাক লগাই হি; এই দাইতে তিনিকো কাটিলে। তাৰ পাচত লখোৰ গড় বান্ধোতে মৰঙ্গিৰ বইনা ঠাকুৰক ভাঙ্গিবৰ কাৰণে দাই ধৰি বাহবড়িয়া কৰুণাক লখৌত পানিত বান্ধি পেলাইচে; ১৫৪। বিৰুকাৰ্য্যক কন্যা দি কমললোচন কটকিক লগত কি বিদাই দিলে; সেই সময়ত ৰাজা গজপুৰলৈ আহিচিল। বড় গুৰুএ ৰাজাত গোচৰ দিলে। বোলে অনেক যত্নেহে দেশ মাৰি একো ঘৰ মানুহ পাতিচে।

বিৰুকাৰ্য্যৰ কন্যাৰ লগত দেখোঁ অনেক মানুহ যাই। পাচে ৰজা মানুহ পঠাই চালত, দেখে বড় গুৰুৰ কথা হয়; এই দাইতে কমললোচনক কাটিলে। আত পাচে জয়ধ্বজ ৰজাএ চতুৰ্ভুজ একাদহকে নাখুলাৰ ঠাইলৈ পাঠিলে। সেই সময়ত নাখুলা ভাগি যাওতে, তাৰ মানুহ চৰা নাৱেৰে পাৰ কৰিবৰ কথা ৰজাত গোচৰ দিলে। পাচে দুই কটকিক আনি দাই ধৰি বোলে তঞি মোৰ কটকি সি যে ভাগিলা এনে বাৰ্ত্তা মোত জনাব লাগিল; বাৰ্ত্তা ও নজনালি। আৰু সুসুতে সুনোতাৰ মানুহ পাৰ কৰা। এই দাইতে দুইকো সপুত্ৰে একো চক্ষু কাৰি ঘোল ঢালিলে।

———

# ত্রয়োদশ অধ্যায়।

৺শ্রীকৃষ্ণায় নমঃ॥ গন্তৰ পুস্তক।

## সত্ৰাজিতে দিয়া পত্ৰ।

"স্বস্তি গুণিগণ গুণার্ণব পৰম পৱিত্ৰ যশোৰাশি মণ্ডিত দিগ-দিগান্তৰাধি পটলোৎপাটন শ্ৰীশ্ৰীযুত৺ৰাজা প্ৰচণ্ড প্ৰতাপেষু। দোয়া সেলাম লেখনং কাৰ্য্যঞ্চ আগে তোমাৰ কুশল হামেচা চাহো; ফেৰ হামাৰে মিয়াৰ খবৰ হোএগা; আৰ তুমি এতবাৰ মণ্ডুজন্তেও আমাৰ বোখচো বোখহোএ। শ্ৰীশ্ৰীযুত খুব মল্লুক ৺ চৰণেত্ত দৰগাতে মই সৰচোৰ দেহঙ্গা। তোমাৰি মেজমতেত চাকৰি দৌড় কৰে হি? অতএব ফিলজিমিল্লা ৰায়তেৰ খোচহানি আৰ অধিককালে খানা ভেজিহে পৰং উমৰ কানাই কহিবেক হাজিৰ আপনে কাজ গুজায় হাফিদকা হোএ ইতি জিলকাজ শক ১৫৪৯; মাহ ফাগুন, তেং ১২। চলচা ২০, লাহৰি ২০, পাম্বৰি ৩, টিট ৫০, তাম্ব ৪, পোয়াল ২০, লঙ্গ ২ মোনা, জাইফল তমোন, স্বফেদ কাষ্ঠ ৪ চোৰ, লাল ৬ সেৰ।"

পাচে ৺ও কমললোচন কটকিত কৈ সোনৰ নাল্লিএৰে ঝৰা এটা, লোন, চাউল দি বোলে সি মোক বাপ বুলিচে; বেটা হলে মাতৃৰ স্তন পান কৰিব লাগে? মই দিয়া ঝৰাতে জল পান কৰিব? লোণ চাউল মোৰ বাব হল তাকো খাব। পাচে সত্ৰাজিতে তেওঁলৈ সাত সেৱা কৰি লোন চাউল একগ্ৰাস খাই জলপান কৰিলে। আৰু সত্ৰাজিতক প্ৰতি, পাটকাপৰ, চিকন কাপোৰ ঝালুক আগৰ কাঠ দিলে।

তাৰ মাদৈ সকললৈকো আই কুঞ্জঁৰিৰ নামে আহোম মেখেলাৰে কাপোৰ এজোৰ দিলে। তেবে সে গুৱাহাটিত দুয়াৰদাৰ পাতি

থৈ বাট কৰিলে। তাত পাচে সত্ৰাজিতৰ বংসৰ দহেকিয়া পুত্ৰেকটিক্কে, তাৰ খাই মাক সহিতে ৺ক সেৱা কৰিবলৈ পঠালে। পাচে পৰ্ব্বতিয়া বড় গোহাঞ্চে বোলে জিয়া পোয়েৰে কথাবাৰ্ত্তা হবৰ উচিত নহয়; লৰাটি ও একো কথা না জানে। এই বুলি মুতুলিলে। পাচে ৺ এ গোহাঞিক খং কৰি, দুজনা গোহাঞিক তুলিব দিলে। ৺ও তুলি হস্তি ১টা তাৰ হাৰ কপ ২০০০ দি বিদাই দিলে। তাত পাচে সত্ৰাজিতেৰে প্ৰিতি গুচি অপ্ৰিতি হলত ৺ দেৱতা ফুকনক বোলে সত্ৰাজিতক উপাই কে আনি ধৰোক।

ফুকনে ও ভেলাইক পঠাই উমানন্দৰ বালিলৈকে অমাই একে দলিচাতে বহি কথা হল ফুকনেৰে। পাচে ফুকন ৰাজ খোৰা সত্ৰাজিতক ধৰিবলৈ বড় ক্ৰুকমত কলে; বোলে আজি যাওক আৰ দিন লৈ ধৰিম এই বুলি আহিল। তাত পাছে মিৰ্য্যা জাহি নাকে প্ৰমুক্ক কৰি বড় কৰৈ অনিত ৰহিল হি। আমাৰ বড়ু আ প্ৰমুক্কে যুক্তি লুই চামধৰাৰ পৰা বঙালৰ গা লৈ এখান কোচা নাৰেৰে মনুষ্য পঠালে। বোলে সিবোৰ লেঢ়াইক আহিছেনে? কি কাৰণে আহিছে কৈ পঠক। বঙালে বোলে বনৰ হাতি বনৰ আগৰ কাঠ, সোন মৰিচ যদি দিএ আমি লেঢ়াই নকৰোঁ। এটা উকিলত কৰি খবৰ কহিব। পাচে সেই সময়ত মমাই তামুলি বড়ুয়া এ অন্তয় পুৰিয়াৰ ভিতৰত সনাতনক কটকি কৰি পঠালে। কটকিত কৰি বড়বড়ুয়াএ বোলে চয় মহিনাৰ পথ। দেৰ মহিনালৈ দিন দিলে হে ৺গৈ জনাই সিবোৰৰ বাঞ্চিত পুৰ্ণ কৰিব পাৰো। বঙালে বোলে ভাল। দেৰ মহিনাতো আমি এই জাই গ্যতে সুখে ৰহো।

তুমিও চিতাপে ৺ৰ ঠাই জনাও। এইবুলি আমাৰ কটকিক পঠালে। লগৰ একনাও বৈচাএ পলাই নবাবত কলে। বোলে কটকি মিছা কৈছে। গড় আওতাই যুদ্ধলৈ হে দিন লৈছে। পুনৰ্ব্বাৰ কটকি আহিলত নাও বৈচাক হদিৰাই সুধিলে; সিস্তাকে কলে; আমাৰ কটকিক আগ চকিৰ আগত পানিত বান্ধি পেলালে।

আমাৰ চকিয়ালে দেখি মাও মেলি খেদি ধৰি আনিলে। পাচে আমাকো গড় তিয়াৰ কৰি বোলে হাতি চাৰি লাদকো নিদিও।

আগৰ কাঠ চাৰি জগা কাঠকো নিদিও। মৰিচ চাৰিতাৰ চেইকো নিদিও। সোনা চাৰি বালিকো নিদিও। এই বুলিলত অনেক ৰূপে যুদ্ধ হল; আমাৰ লোকে হিলৈ এৰে কোৱাই ভাৰিত জুই লগাই খেদিলে। পাচে নোৱাৰি মাচিমৰ্খা মিৰ্য্যা জাহিনা পলাই গৈ মাঘৰ ২ দিন আচোতে ৰগড়িবাড়িত ৰহিল। কাজলিৰ দুই বৰুৱাৰ পালে কমলজান উকিলক পাচিলে বোলে আমি মহাৰজাক ৰাপ টাকিলো ৺কৈ আমাক হাটবাট দিয়োক। পত্ৰ এই :—

"মহামহিম শ্ৰীযুক্ত বড় বড়ুয়া, চেটিয়া গোহাঞি মহাশয়েষু সগৌৰবুৰ লেখনং কাৰ্য্যঞ্চ আৰ তোমাৰ ৰাজোন্নতি হামেচা চাব্বীহি ওপৰং ৺শ্ৰীযুতেৰ থামে উকিল কমলজান এক আদমিকো ভেজোহে। তোমৰা দুই জনৰ ৰকৃচি দেত খাতিৰ খুচি হৈবেক। আৰৰ চফ্ ৰাজ দুই জনেৰ সাথে আৰ্দ্দাস্ত কৰিলে শ্ৰীশ্ৰীযুক্ত ৺প্ৰসন্ন হৈবেক। অতএব আমি তোমাৰ চাকৰ হৈলো; তুমি আমাৰে সল্লাহ কৰ আৰ তোমাৰ দিকিৰ বড় মুদৈ সাউদ আমাৰ মলুকেৰ সা মহাজন।

মিৰ্জা জাহিনাই মহাৰাজালৈ পঠোৱা পত্ৰ।

সাউদৰ টোল বতায়া খৰিদ কৰ; জেখো বস্তু লাগে সে ভাগায়া পয়দা কৰ; ইহা ৰৰ কাজকাম মালুম হোত্ৰ; অধিক কি লেখিম; আপুনি জাস্তা হোগা। ইতি জিলকাজ শক ১৫৫১, মাস ফাল্গুন, তেৰিখ ১০। সন্দেশ :—যোড়া ২৲ চন্দনকাঠ ২ মোন। তাৱ ২ মুঠা, লাহৰি ২০ পমেৰি ২০৲ চিট।" স্বৰ্গ দেও সকলো মানুহ চাপিব দিলে; পৰ্ব্বতিয়া নগাও আহিল। পাচে স্বৰ্গ দেও তুলিলে; তাৰ যি বস্তু ঘোড়া চন্দন আনো বস্তু সকল ও লোটাই দিলে; ৺ ও তাক অনেক বটাবাহন দিবিদাই দিলে। ১৫৫১ শকত। দাবিকাত ঘৰ উঠিল। তাত পাছে মাচিম খাঁ মিৰ্য্যা জাহিনা ইসৰ প্ৰমুখে ভটিয়াই

গল। তাৰ পাছত আহ্লাৰ খাঁ আছিল। উত্তৰে বড়নদী, দক্ষিণে অসুৰালি সিমা কৰি বড় বড়ুআ সহিত মিত্ৰ ভাৱে ৰহি ৺ৰ ঠাঁইলৈ চেক মেদা কটকিক পঠাই পৃতিত্ৰ থাকিল। পত্ৰ এই :—

"স্বস্তি সকল মঙ্গলাগাৰ বিবিধ গুণালঙ্কৃত স্বৰমাদি সলিল নিৰ্ম্মল যশোৰাশি পৰিপুৰিত কলেবৰ শ্ৰীযুত বড় বড়ুয়া সুচাৰু চৰিত্ৰ বিচিত্ৰ মন্তৃবৰেষু। সৌহাৰ্দ্দ পূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ ইথানেৰ কুশল। তোমাৰ কুশল মঙ্গল হামেসা বাঞ্চি। পৰং তোমাৰ ফৰমাণ নজৰেৎ জানিলাম। দিন ২ দোস্তি হামৰাহ হৈবেক; অতএব তোমাৰ আমাৰ মধ্যে কিঞ্চিৎ দিলগিৰ নেস্ত আৰ তুমি বুলিচ উত্তৰে বড় নদি, দক্ষিনে অসুৰালি, ইতিমধ্যত তোমাৰ আমাৰ নাক বুল ফিৰিবেক। এই ধৰ্ম্মে তোমাৰ যশ প্ৰতিষ্ঠা বাঢ়িতেছে; আৰ দুই দলেৰ গোব্ৰাহ্মণ সুখে ৰহিল স্বমাসন দুহানাৰ জুগাদি হৈলে ওগয়ৰহ মলুকেৰ খোৰামি হৈবেক; আৱৰ বদনাম কিচু না ৰহিবেক।

আৰ তোমাৰ উকিল সনাতন ও কানুশৰ্ম্মা ইহানাৰা সঙ্গে ও আমাৰ আদমি চেকমেদা ওঝাৰ থণ্ডৰ ও আকাদহ তোমাৰ সেখানে ভেজিতেচি। শ্ৰীযুত ৺থানে হজুৰ কৰায়া দশপাঞ্চ ৰোজত ফিৰি পঠাইবা। এমত হৈলে তোমাৰ আমাৰ কিচু সন্দিগ্ধতা না ৰহিবেক; আৰ এমৰাৰ মুখে সমস্তে জানিবা অধিক কি লেখিম; অপুৰি সমস্তে জান। তোমাৰ নিমিত্তে সন্দেশ, বাপ্তা ১, লঙ্গ ২ মোনা, চিনি ২ মোন, ৰপুয়ালি পটুকা ৩ গচ, সোনাৰলি ৩ গচ। সুগন্ধৱালা ২ সেৰ, জাইফল ১ মোনা, ঘোড়া ২। ইতি শক ১৫১১, মাস মাঘ।"

সেক মেদা আকাদহৰ লগত সনাতন কানুএ আলিয়াৰ খাৰ সিদ্ধান্ত নিয়ে। পত্ৰ এই :—"স্বস্তি নিখিল গুনৈকধাম সৰ্ব্বোপমাযোগ্য শ্ৰীযুত নবাব আহ্লয়াৰ খাঁ শুভাসয়েষু। সস্নেহ পূৰ্ব্বক লেখম কাৰ্য্যঞ্চ এথা কুশল; তোমাৰ কুশল সৰ্ব্বত্ৰে চাহি। পৰং সমাচাৰ এহি তোমাৰ উকিল সেক্‌মেদা ও আকাদহ এই দুই জন মনুষ্য পঠাইচিলা; সে আসি পহুচিল। ইহানাৰ মুখে তোমাৰ কুশল

সুনিয়া পৰম সন্তোষ হৈলো। "আৰ তুমি বুলি আছ উত্তৰে বড় নদী দক্ষিণে অসুৰাদি এমও বন্ধ নিবন্ধানুক্রমে হদ কৰা হলে। উভয়ানুপক্ষে ৰক্ষা যায়। সে ধৰ্ম্মে তোমাৰ আমাৰ যশ প্ৰতিষ্ঠা দিন দিন অত্যন্তানুৰূপে বাঢ়িতে যাইব। খালি না হৈবেক। এমত যে সুপাৰিচ লেখিচ। এ গোট উত্তম কৰিচ। কিন্তু বড় মনুষ্যৰ পৃত কড়িৰ কদাচিৎ নাফিৰে ; সেই জেমন উত্তৰোত্তৰে ৰক্ষা পাই তাক কৰিবা। আৰ তুমি যি বুলিচ দশ পাঞ্চ ৰোজত উকিল পহুচাইবা, সেই বচনত থাকি আমৰা চাঙ্গত ৺ চৰণত সমুজাই কৰাইলো। ৺ও যেমও কথা হৈল তাক তোমাৰ উকিল সমস্ত কহিবেক। পৰং পূৰ্ব্বাপৰেও নবাব সকলেৰে গুয়াহাটিত থাকি কথাবাৰ্ত্তা অনেক হোয়া কয়।

অদ্যাপি সেখানৰ কাৰ্য্য কাম ভাৰ তোমাৰ ওপৰ। ইঠাই আমাৰ ওপৰ ; অতএব তোমাৰ মনে থেম ও ভাল প্ৰাতিভাসে তবে প্ৰত্যুত্তৰ তৎকালে লেখিবা। এমত হৈলে তোমাৰ আমাৰ সৈতৃ বিকস বাৰহিবেক। আৰ বাকি সমাচাৰ সনাতন শ্ৰীকানু এমৰাৰ মুখে শ্ৰুত হৈবা। কিমধিকং বিজ্ঞাবৰেষু? আৰ তোমাৰ অৰ্থে সন্দেশ, হাতি দাত ১৪, গান্ধ ২৭, কলিয়া চামৰ ২০, মৰিচ ৬০ সেৰ। খড়গ দুই, সোনেৰে মন মাকৰা ; কটাৰি ২ খান। ইতি সন ১৫৫১, মাহ জ্যেষ্ঠ, তেৰিখ ১২।"

সেই বেলা সেক মেদা কটকিএ আহায়াৰ খাঁৰ আগত বোলে ৺ ৰাজা নহয় সাক্ষাৎ মহাদেব। মমাই তামুলি বড় বড়ুয়া মহাদেৱ। মমাই তামুলি বড় বড়ুয়া নহই সাক্ষাত নন্দীশ্বৰ। যি থানত থাকে সেথান কৈলাস ; দুই জন থাকে মানে কোনে সাহ কৰিবেক। আহলয়াৰ খাঁএ বোলে যি কহিছ সকলে সত্য ; কৰ্ম্মানুসাৰে দুইৰো এক উক্ত জন্ম। ৺ তাৰ উকিলক ৰূপোয়ালি জামা সোনালি পটি সহিতে বটা দিলে ; ছুইক ৪০০ পকাৰূপ আলো বস্ত্ৰ অনেক দিল। সমস্ত সুনি নবাব ঘোচাল হল। ইয়াৰ

আগে যি সময় বলি দেঁৱে হাজোৰ যুদ্ধ ভঙ্গালে, সেই সময় পাৎসা সুনি ইসলাম খাঁক তাগিৰ কৰিলে। কাসিম খাঁক ঢকাৰ নবাব কৰি পঠাই দিলে। পুনৰ্ব্বাৰ সিও লোক জনক অন্যায় কৰে হেন সুনি পাৎসা আৰু বাৰ ইসলাম খাঁকে দিলে। সেই সময়ত ইসলাম খাঁএ পাৎসাৰ আজ্ঞায়ে আহলয়াৰ খাঁকে দিলে (?) আহ্লায়াৰ খাঁও ধুবুড়ি পালে হি।

তাতে চন্দ্ৰ নাৰাণে আহ্লয়াৰ খাঁত মিলিল। নবাবেও অনেক বাটা বাহন দি কৰৈ বাড়িলৈ পঠাই দিলে। তাৰে পৰা হাৰাম খোৰ হৈ চন্দ্ৰ নাৰাণে ৺ ঠাই লৈ আহিল ; এই কথা নবাবৰ মনত আছিল। এখন লেঙ্গাকে পো লোঙ্গাকে ছুইকো দুয়াৰ বাৰৰ উকিল কৰি বোলে মিত্ৰৰ ঠাইত কহিবি। বোলে চন্দ্ৰনাৰানক আমাৰ ঠাইলৈ দিয়ক। পত্ৰ এই ঃ—

"স্বস্তি নিখিল গুনাগাৰ পৰমোদাৰ মৰ্য্যাদা পাৰাবাৰ শ্ৰীযুত বড় বড়ুয়া গোহাঞি প্ৰচণ্ড প্ৰতাপেষু। পূৰ্ব্বাপৰ ফৰমান বিহিত মাফিক কাৰ্য্যঞ্চ আগে তোমাৰ সি থানৰ কুশল পৰং সমাচাৰ এই আৰ দেখ যেমন বিলায়ত কোচ হাজো পৰিক্ষিতৰ চোট বলিদেৱ আমাৰ যে খোজ বায়ত বিগাড় কৰিয়া নিয়াচে তেমন শ্ৰীশ্ৰীযুত পাৎসাৰ ঠাই হুকুম সোহোই ইস্লাম খাকে তাকিৰ কৰিয়া তাৰ বদলি কাসিম খাকে সুভা কৰিয়া মলুকেৰ অন্যায় সুনিয়া ফেৰ ইস্লাম খাঁকে ওপৰত গায়ত পাৎসাৰ হুকুম আয়া। আৰ যেমন আবদুল ইস্লাম মহমদি ও মিৰ্য্যানাকৈ ফজুল বেগ, মিৰ্য্যা হুচন, ৰাম চা, খোতচা, চঞ্চল চা, মহমল কৰ্ম্মচাঁদ ও গয়ৰহ তোমাৰ ঠাই যি গিৰ হৈল। আৰ কত গুটিমান লোকক সৰিয়ল কৰিয়া ঘিৰিয়া বোবন্ধক বিজন কাৰণ এসব খবৰ নিঃকৰ্ষণ সুনিয়া ৺ হামাক তাকিদ গতায়াত কৰিলেক। আমি আসি ধুবুৰি পহুচিলো। আৰ দেখ হাৰামজাদা মেচ পৰিক্ষিত নাৰাণকে লাড়কা পহিলে অনেক নম্ৰভাবে আপ্ত দেখায়া আমাৰ সাতে মিল হৈল। আমাৰাও

অনেক সাহার্য্য কৰিয়া হাজোৰে থানাকে আসিতেচিল ; বগৰি বাৰিৰ পৰা আপনাৰ নিসান বৰুচিস ভেজিয়া কৰৈ বাড়িকে পঠায়া দিলাম। তাৰে চন্দ্ৰনাৰাণ নিমকহাৰামি তোমাৰ দুৰগাতে গৈ আচে। সে লেওৰা তোমাৰে হাৰামখোৰ আৰ তুমিও সাহায্যতা না কৰ।

আমিয়ো ফেৰ শ্লাঘা নাহি কৰে। এখন সে দাচুচক তোৰা ধৰিয়া দেই তবে উভয় পক্ষেত পৃত কড়াৰ কিঞ্চি কমি নাহবেক ; আৰ লেঙ্গাকে পোলোঙ্গাকে দুই জনক তোমাৰ সাতে কুশলাদি সমাচাৰ সমেত গতায়াতেত ও গয়ৰহ পৃত জাহিৰ ৰহে। অধিক কি লেখিম ; ইসকল পৃত আপোনে বঢ়াইচ ; যা তো পৃত ৰহে সে কৰিবেন। যে জোমো সাউদ টোলে ফৰোক্ত জবাব চতাপ পঠাইবেক। যি কার্য্যত জিয়ান নহয়। ইতি জিলকাজ সন ১৫৫২ ; ফাগুন তেং ২২।

সন্দেশ, ত'ৰ ৭, স্বফেদ কাঠ ৮ সেৰ, লাল ১॰ সেৰ, পানি চড়োয়া সোনাৰ চিচাৰ খোয়া খোয়া ২টা।" লেঙ্গা পোলোঙ্গা দুই উকিলক বড়ুয়াএ থাৰানে তুলি, বটা বাহন দি আমাৰ উকিল সনাতন চলাৰ কানু ২ কটকিক ৺ আজ্ঞাএ পত্ৰ সন্দেশ সহিতে পঠাই দিলে। পত্ৰ এই :—

"স্বস্তি প্ৰবলাৰিপক্ষ গহন দহনৈক দাবানল প্ৰজ্জালিত দিস্কামিনি বদনমণ্ডল গীয়মান যস সন্তান শ্ৰীযুত আহ্লয়াৰ খঁা নবাব সচ্ছৰিত্ৰেষু। পৰম পৃত পূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ তোমাৰ পত্ৰ সমেত জি দুই জন মনুষ্য পঠাইচিলা, সে আসি পহুচিলা। তানাৰ মুখে শুনিয়া পৰম আনন্দ হৈতেছে। তোমাৰ এমও বুলিবাৰ উচিত ন হয়। তুমি যে বুলিচ চন্দ্ৰনাৰাণ হাৰাম মোৰ তাক ধৰিয়া দে—তবে উভয় পক্ষত পৃত কড়াৰ কমি না হৈবেক। আৰ যে সময় চায়াকুৰ্ম্মা 'সমেত তোমাৰ ঠাই ভাগিতেছিল, তেখন তোমাৰে পূৰ্ব্ব পূৰ্ব্ব উমৰাও সকল এমত কৈল কিসক নাকৰিল। বড় লোকৰ সৰণাগতক যে

এৰে উচিত নহে আৰ বিশেষতঃ কান্নাই হাজাৰিকিয়া—ভাই তাৰ সঙ্গে দুইজন মনুষ্য শৰনিয়া পৰ্ব্বতেৰ কোলে বেড়াই ফুৰিতেছিল।

'তোমাৰ দিগেৰ দৰিয়া পুৰেৰ ফতাই জেমা মোদ তাৰ লগে এক পাঠান আৰ নজৰত খাঁ এক চিপাহি এই দুইজনে অনেক মন্ত্রণা কৰি ঢকাক লাগি নিলে; তাক দেখোঁ তুমি অস্তাপিও মোক চাৰিয়া নেদ। আমি জানি আছি উভয় পক্ষে যে ৺ডাঙ্গৰিয়া আৰ পাৎসা উমৰা ও সেই সকলৰ যে এখন কবুল নিবন্ধ কিচু না ৰহিল। এতেক ইবাৰ জনা গেল, পাৎসাইৰ এক লাল খাঁ নামে বঙ্গালে আমাৰ ঠাই চাৰন্দা বজাই আচিল।

সি দেখো—মোক চাও বুলি তোমাৰ ঠাইক গেল। তুমিও তাক দিবাক লাগিল। তেবে সে পৃতেৰ ওপৰ ৰহে—। তুমি নে তাক ৰাখি এমও প্রত্যুত্তৰ লেখ, ইতো তোমাৰ কোন উচিত হোয়। আৰ আমি বাৰম্বাৰ লেখিচি, যি খানত হন্তে উভয় পক্ষে এক লাখ ৰহে, কোনো চিত্তে আৰ মত নহে তাক কৰিবা। না কৰ তোমাৰ খুচি অধিক কি লেখিম। আমাৰ উকিল সনাতন ও শ্রীকান্ত এসব প্রমুক্ষে জানিবেক। আৰ হাট বাট খৰিদেৰ খান যি লেখিচ তাৰ জবাব ভেলাই ও শক্রসন ও জয়ানন্দ এসকল সমুচি এক ৰাখিবা। এমও হৈলে কোনো কাৰ্য্য কাম নাহি ৰহে। ইতে শক ১৫৫২, মাস শ্রাবণ, তেৰিখ ৭।

ভিন চিঠি কৰিব গলত সন্দেশ দিচিল। হস্তি দন্ত ৪, কিম্মিজ ২, ঢৰা ৩, পালেঙ্গ পোচ ২, ভুৱাকাঠ ২ সেৰ, মৰিচ ৬০ সেৰ, কালিয়া চামৰ ২, কস্তুৰি ১, সোনোৰালি কটাৰি ২ খন, ৰুপুয়ালি ৪, মহমুড়ি ১০ খান। সেই সময়তে আমাৰ দুই কটকিক চাহবুৰুজৰ ওচৰতে থৈচিল। চাউল ২০ মোন, মচুৰ ৫ মোন, মুগ ২ মোন, মাহ ৩ মোন, ঘিউ ১০ সেৰ, জালুক ২ চক, লোন ২ মোন, পান ২ পাতি, টাটৰ ২ পাচি, আদা ৪ চক, মাছ ২০, তেল ৪ কলহ, চিনি ৬ সেৰ, সাহি ২টা, গুড় ৪ কলহ এইৰূপে ৰোজ দিচিল।

চাৰিদিয়েৰ অন্তৰে নৱাবৰ ভিতৰ লৈ ৰিচিল। সেই সময়ত একদিন আহলয়াৰ খায়ে বোলে গড়গ্রামলৈ কেতি ৰোজৰ পথ আমাৰ সনাতনে বোলে, সাহেব গড়গ্রামক লাগি দুই মহিনাৰ পথ। এনে সময়তে দুয়াৰ দাৰৰ বেটা জয়ানন্দে বোলে সাহেব ৮ ৰোজৰ পথ। উকিলে মিচাকহে। পাছে নবাবে বোলে এখন তোমাৰ বড় মুদৈ দুৱাৰ দাৰে আঠ ৰোজকে বাট কহে।

তুমি কিচু আস্তে দো মাহিনাকে বাট জুট কহ। সনাতনে বোলে উদয় গিৰিৰ স্বৰ্গ মহাৰাজা, বাস্তুগিৰিৰ ডিল্লীৰ পাৎসা দুই জনেও পূৰ্ব্বাপৰ উকিল যি কহে তাক সত্য মানে; এখন তুমি যে দুয়াৰ দাৰৰ আদচাহ মহাজন আৰ মুখেহে সম্বুজ কৰ। আত আমাৰ খানিকো দিলগিৰ নাহি কৰোঁ। তুমি আপোন মাফিক সুচিকৰ। আমি যো কুচ বাত কহো সব সত্য কহো। পাছে আহ্লয়াৰ খাঁ বোলে উকিলে যো কুচ বাত কহে সব সত্য।

সি তো ব্যাপাৰি তাৰে বাত না সম্বুজ কৰো। পাচে আমাৰ উকিলক বটা বাহন দি বিদায় দিল। বিদায় দিওতও পত্রৰ সিদ্ধান্ত পত্রতে পাই পুনৰ্ব্বাৰ চন্দ্রনাৰাণৰ কথা একো নকলে। আমাৰ উকিলৰ লগে পুনৰ্ব্বাৰ সেক মেদাক দি পৃতি পথত ৰহিল। পত্র এই :—

"স্বস্তি সকল মঙ্গলালয় পৰম সুপ্রতিষ্ঠিত শ্রীযুত বড়বড়ুয়া গোহাঞিও চেটিয়া গোহাঞি মহোমহোগ্র-প্রতাপেষু। লেখনং কাৰ্য্যঞ্চ তোমাৰ আদৌ কুশল মঙ্গল সৰ্ব্বথা চাহি। সাম্প্রত তোমাৰ মেহৰাণি দিন দিন লজিক থায়া যেমন হামৰাহ হোই, আৰ তুমি যি পত্র মনুষ্য তাকিদ ভেজিলক সিতো চিতাপে পহুছিল। তাহনাৰ মুখত সুনিমা সাক্ষাৎৰূপ পত্র চালামি চসামিদ কৰিয়া জানিলাম।

পত্রাৰ্থবিদ প্রস্তুত কাৰ্য্যৰ উপচিত যাতো তোমাৰ আমাৰ ঐকতা মহবত ভাবৰূপ প্রতিষ্ঠা আফত বেসদৃশ সাক্ষাত ৰহেইতে আস্তে। অতএব খুব হকিত না ভেদ দৌড় দোস্তক ফদস্ত সব চাৰহা

উভয়পক্ষ না ভেদ দোহান মধ্যে যোৰত হচিল খোদায় পেকম্বৰ মাফকৰে ? একাৰণ দৰবাৰেৰ যাহা ধাৰণে ৰহে তাহা তোম্ভি এমণ্ড কৌলিকৰ এবে সবে দোজোখ চোড় যাতে মুৰ্চ্ছিদা গফেজে জোখ ধৰ্ম্মজাহান ওপৰ তোমাৰ আমাৰ দৌলত একৈস্তা দোস্তৰহে। এতেকে উভয়দিগ দৰিয়া-ৰায়ত গো ব্ৰাহ্মণ পৰোবৰ কৰ নটা সৰ্ব্বিত্ৰে বৰ্ব্বতি তাহো এমত হৈতে তোমাৰ আমাৰ যে দোচমণ তাহে অন্তঃকৰণ যে মদগৰ্ব্ব সেহি সাহ জিক বুগজাৰ জাহে আৰ অধিক কত কহিব। তোমাঠেৰ উকিল সনাতন ও সেকমেদা শ্ৰীকানু শৰ্ম্মা কহিবেক। যাতো প্ৰিতেৰওপৰ ৰহে। কমিতা নাৰহে তাৰে কৰ। ইতি সৰহ সাল ১৫৫৩।

সন্দেশ বানাত ২, সোনাৱালি পাগজামা ২, পটুকা ৪, লঙ্কা ৩ সেৰ, জাইফল ১ মোনা, স্বকেদকাঠ ২ সেৰ, বাপ্তা ২ মণ। চিনি ২ মণ, লোন ২ মোন।” আহুবয়াৰ খাঁৰ লেখাৰ নকল। সেক মেদক ধাৰানে তুলি বড়ুয়াৰ ঠাইতে ৰাখি আমাৰ দুই কটকিক সেই বাৰ্ত্তাতৰে ৺ঠাই লৈ পঠালে। ৺ও কথা বাৰ্ত্তা শুনি সন্তোষ পালে। সেই সময়তে দুই উকিলক ৺ৱে বোলে বামুনি পুতেক ইঁত তহতৰ আৰু কোনো কথা কবলৈ আচেনেকি। সিহতে বোলে স্বৰ্গদেৱ দুই আখাৰি মান কথা আছে। দেৱতা যদি পুনৰ্ব্বাৰ নোশোধে আমি বন্দিহতে কৰ খোজো। ৺ৱে বোলে নো শোধো।

পাছে সনাতন কটকিএ বোলে বনৰ হাতি অনেক যত্ন কৰি স্বৰ্গদেৱে সালত্ত থাকে কি বন লৈ যাব ; আৰু বোলে ৺বন্দি বেটাক বিদেশ লৈ পাছে। তাত মাৰিলে লৰা লুৰিটো ৺ৰ ৰাজ্যতে থাকে কি। বিদেশ লৈ এড়ি দিয়ে আৰু বোলে পিতৃমাতৃ সকলৰো সব অঙ্গ একে। যা তো বস্ত্রে আবৰি থাকে। সেইকাৰণে হে সকলৰে মৰ্য্যাদা ৰহে ঃ আমি বন্দি হত্তে কিচো না জানো। ষি কৈছো সকল অশুদ্ধ, ৺চৰণে বাচবিচাৰ কৰি ৰাখে তেহে এই বুলি সিহত

চাক্ৰৰ পৰা নামি আহিল। ৺ পুনৰ্ব্বাৰ বঙ্গাল লৈ পাখিল। ইবোৰও বড়ুয়াৰ ঠাইত সকল কথা কলে বোলে দেৱে ব্ৰাহ্মণক ৰাখিব। তেবে সে আমাত ব্ৰহ্মবধ না লাগে। সে সময়ত লেতবা দাধৰাৰ পুতেক জগলু সহিতে ৺ বড়ুআৰ ঠাই লৈ পঠাই সুধি আহিল। ৺ বোলে কটকি হতে যি কৈচে তাৰ কথাবাৰ্ত্তাৰ আসয় যুগুতি জেঠেৰিত্ৰ মোলৈ কৈ আহক। পাচে বড়ুয়াএ ৺চৰণ লৈ প্ৰাৰ্থনা কৰি ব্ৰাহ্মণৰ অৰ্থে জানাই আছিল। ৺ভাবা যা বুলি বোলে কাটিলো হতে যা তো জেঠেৰিএ মাতি আহিছে।

বামুনি পুতেকে মাতি গৈচে এই কাৰণেহে না কাটিলো তথাপি জেঠেৰিএ ভালৰূপে সিখাই দিয়ক। এই বুলি চকিৰ পৰা সজাতিক গতিয়াই খেদিলে, তাৰ পুতেক জয়ানন্দক নিতান্তে জগলুৰ হাতে অনাই দহোটা কিল মাৰিচিল। যাতো পূৰ্ব্বে ৺ আগত সনাতন কটকিক কুতাৰ পো বুলি সজাতিএ গালি পাৰিল। ৺ও দুইকো গতাই খেদিল ; কথা সনাতনৰ মনতে আচিল। সেই কথাকে চল পাই, তাকো এইৰূপ কৰিলে। পুনৰ্ব্বাৰ চেক মেদাকো ধাৰাগে ৺ বিদায় দিব দিগে।

বড়ুয়াও বটা বাহন দি বিদায় দিলে। পুনৰ্ব্বাৰ আলিয়াৰ খাঁএ ৰচিপ খাঁ ও ৰঘুৰাই দুই উকিলক আমাৰ কটকিৰ লগত পঠাই দিল। পত্ৰো এই।—স্বস্তি সকল মঙ্গলৈক নিলয় পৰম-সুপ্ৰতিষ্ঠিত কলেবৰ শ্ৰীযুতবড়বড়ুআ গোহাঞ ও চেটিয়া গোহাঞ মহোদাৰ চৰিত্ৰেষু। পূৰ্ব্বাপৰোক্ত বেবহাৰ মাফিক পৰং কাৰ্য্যঞ্চ তোমাৰ খাতিৰ খোসমুদ উভয় তৰ ভেদ নিঃসন্দেস হৈয়া ৰহে কিঞ্চিৎ ৰখু, বক্ৰি লান ৰছিদ। আৰ তুমি যে লেখিচ সিঙ্গৰি ও বালি পৰা ও বড় গাও গয়ৰহ ৰাজা সত্ৰাজিতৰ কালাবধি ভোট খৰিদ কৰিতেছিল। এখন যে যে ফৰোক্ত না লাখি একনা দোস্ত লখ ইস্নোজবাৰ ফৰমান ৰলে ভো ন হয়। এখন তুমি আমি পূৰ্ব্বাপৰ অবিৰুদ্ধ ৰূপ ওয়াদা মাফিক নিৰ্ণয় নিবন্ধ কৰিতেছি।

অতএব এখন—তোমাৰ আমাৰ মধ্যে একলাস ও দোস্ত ও ফৰোক্ত একাৰণ লেখি উচিত হোয়।

আৰ মই ও তোমাৰ ঠাই লিখা সমেত বাঙ্গালাৰ জমিদাৰ মাচিমখাঁৰ বেটা চাৰপি খাঁ ও ৰঘুৰাই চোধাৰি দুই জনক ভেজি ছোঁ—, পূৰ্ব্বেও কন্দলৰ পৰা ষিখান হৈছে। আৰ প্ৰীতিৰ পৰা ষিখান হৈ গৈছে, তাক তাঞি আপুনি জানে। তাঞি আমাক দোস্ত পৃত কৰালে নিমিত্তে দুই দলৰ গো-ব্ৰাহ্মণ সুখে ৰহিছি। এখন যে আমাৰ পাৎসাৰ সৰকাৰি ও দিল মহম্মদ ও ৰচিপ খাঁ নন্দৰাম সাহ ও গয়ৰহ ২৩ আদমি সহিতে দৰঙ্গৰ ঝাৰত জাহিনাৰ উক্ত দুয়াৰ বাবত ৰহিচিল। সেই ঠাইৰ যে পাৰ্শ্বৰ্ত্তি থানাদাৰ দুয়াৰৰ চকিদাৰ তোমাৰ ঠাই দিয়া ভেজিলেক।

তোমৰা কহে আমা জাহিনা নবাব চুশন, মৰতচা, হুজুৰ হাল কৰায়া ভোট খৰিদ খেজমতেত কৰিতেচিল। জাহিনা নবাব ও কোচবেহাৰেৰ ৰাজা যেখন সবাকো ভাগামকে, তখন আমি যাইবাক চাওঁ। না পৰি তোমাৰ দুয়াৰৰ চৌকিদাৰৰ ফৌজে হাতে চড়িলো! তোমৰাও নিসা কৰিয়া দিলাস দিয়া ও বহুত লোভ দেখায়া কয়দ কৰি ৰাখিলেক এখন যে তোমাৰ দুৱাৰ বাৰৰ বড়ুয়া ও চৌকিদাৰে জোৰত হচিলত ৰহিব নোৱাৰি সে ভোট গাঞৰ পাহাৰ চড়ে আৰ সববস্তু খালিচা কৰিয়া মুৰিয়া নিলেক; মনুষ্য আমাৰো তোৰা আপুনি শিশা কৰিয়া দে, তোমাৰ লোকে আমাৰ এমত কৰে। আমাৰ লোকে এমত কৰিয়া থাকে। তেবে তোমাৰ আমাৰ মধ্যে পৃত একলাগ কোন অৰ্থে ভিন্ন ভাব নাই। একাৰণ লিখি এম ও নাহি হব। অল্পকামৰ ওপৰ বড় লোকৰ পূৰ্ব্ব নিবন্ধ সল্লাহ এপ্ৰকাৰ জানায়; আৰ তোমাৰ যে সজাতি ভেলাই দুৱাৰ দাৰৰ বেটা তোমাৰ হাজিৰ বাৰ বাৰ কৰিয়া থাকে, আমাক জমধৰ চলাই মাৰিত্তে চাহে।

আমি কেমতে দুৱাৰত ৰহিম। তোমাৰ দৰগাতে সে হাৰাম

জাদা সব জুট কহে। আৰ তুমি যে কহিয়াছ, একতা কুত্তাৰ কাৰণ চৌকিদাৰক আমাৰ লোকে ধৰিয়া থাকে। ইসো খবৰ পহুছিল, আমাৰ জানিতে নাহি, তোমাৰ লোকে কেমনে ধৰিয়া নিয়ে আমাৰ কেমনে লোহাৰ পিঞ্জৰা ঘুৰিয়া ঢকাক নেই। আমাৰ চৌকিদাৰে ৰা কেমনে জিহ্বা কাটে খবৰ হাকিকত সাবশেষ আমৰা নাহি জানে। এখন সে জানিলাম। পৰং তোমাম জানিতেচ। অপৰ তোমাৰ লেখা দো-আদমি খাতবৰ দেখায়া আমাৰ সাত হৰ বাতে আই সে। তোমাৰ পত্ৰ মনুষ্য তোমাৰে পাচ ভেজিয়া দিব।' পৰংপৰে এমও একলাস ৰহে পৰপৰে কমিনা কৰিবেক। আমাৰ যে জোখ চমাচাৰ ভেজিয়া আছ, এসব খবৰ পহিলে তা নিকা কৰিয়া আমাৰ ভেজায়া দিব। বড় বড় মনুষ্যৰ জৰানি মাফিক যোহদ সোহি ফিল চতিকা নন্দা যৰাবৰ কাঞ্চি ফিৰে। আৰ আমৰা অধিক কত লেখিব। সব আৰাগুৰ তোমাৰ উকিল সনাতন ও কানুশৰ্ম্মা সমস্ত তামাম জানিতেছ। যি কাৰ্য্যত চৰিপ খাঁ ও ৰঘুৰাই চৌধাৰি তোমাৰ সাত ভেজিয়াছে তাৰে সিদ্ধ কৰিয়া তাকিদ ৰোক সদ হৈয়া আহিচে এ যে সব খুব। ইতি জিল হজ সন ১৫৫৪, চৈত্ৰ তেং তেৰ সন্দেস বানাত সুলতানি ২, গুজৰাতি ৩ পালেঙ্গ পোচ ৫, চিট ৬, মিশ্ৰি ৪০, লঙ্গ ২ সেৰ। খফেদ কাষ্ঠ ৭ সেৰ, লাল ৬ সেৰ, কাচৰ সোনাৰপি হোকা ২ সেৰ, খোৰা বিচিত্ৰ নলি ২ ডাল। ফুলান ৰূপৰ পাণি চড়োয়া চিলিম ২, সুকুলা ভাটো মলমা কৰা কোচৰ বটা ২, লোন ২ লোন, চিনি ২ মোন।

আহলয়াৰ খাঁৰ লেখাৰ নকল। পাচে বড় বড়ুয়ায়ে পিকচাই চেটিয়ায়ে ৮ লৈ জনালে। ৮ও ধাৰণ পূৰ্ব্বকে বড়ুয়াকে তুলিব দিলে। বড়ুয়াও ধাৰণে তুলিলে। ৮আজ্ঞাএ পুনৰ্ব্বাৰ আমাৰ পত্ৰ সন্দেস সহিতে সনাতনক কানুক লগত দি চৰিপ খাঁ ৰঘুৰাই দুই উকিলক বটাদি পুনৰ্ব্বাৰ পঠাই দিলে। পত্ৰ এই ঃ—স্বস্তি বিবিধ গুণ গাম্ভীৰ্য্য পৰমোদাৰ শ্ৰীযুত নবাব আহলয়াৰ খাঁ—সদাসবেষু, সস্নেহ-

পূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ আগে এথা কুশব সতত চাহি, পৰং সমাচাৰ পত্ৰ এহি, এখন তোমাৰ উকিল পত্ৰ সহিতে আসিয়া পায়াৰ থান পহুছিল।

আমিও পৃত প্ৰণয় পূৰ্ব্বকে জ্ঞাত হৈলাম। আৰ তুমি যি লেখি আছ, তোমাৰ উত্তম পত্ৰ আসিতে আমাৰ মনস্মিত নাৰহে। এজে তোমাৰ ভালই দৌলত। অতএৱ আমিও পৰম আহ্লাদ ৰূপে জানিতে আচেঁা। তোমাৰ আমাৰ অভিন্ন ভাব পৃত ঘটিলে মন মাকিক সন্তোষ কি কাৰণে নাহৈবেক। আৰ তোমাৰ আমাৰ অত্যান্তৰূপ আনন্দযুক্ত হৈলে উভয় পক্ষ লোকেৰ না বিদেশৰূপ অবিজ্ঞুতা অন্তসেত বিকশ না ৰহিবেক। একাৰণ তুমি লেখিবাক পোৰা। আৰ তুমিয়ে লেখিআছ পূৰ্ব্বে সত্ৰাজিৰ সমই সিঙৰি বালিপাড়া বড় বড় গাঞঁ এই সকলতে আমাৰ লোকজনে হাট খৰিদ কৰিয়া আপোন মাফিক নাম্নতি কৰিয়া আচিল। এমত থান বুলিতে তোহাৰ উচিত নহে। সেই উক্তে পাৎসাই লোকক ভোট পাহাৰি দফলা অনেক ঘাইল কৰিলেক? আমাৰো ফুকণ—ডাঙৰিৰা সকল অনেক প্ৰকাৰ কৰি বাৰস্থাৰ পাহাৰি লোক কাটিলেক। তত্ৰাপি তবে বদনাম আমাত হৈল।

এখনো যে তাক কৰিবাক চাহ, এমম গোট তোমাৰ উচিত না হয়? আৰ অপৰ তুমি যে বুলিআচ ২৩ জন মনুষ্য তোমৰা সে ঘাইল কৰিতে আছ। আমিতো তাক নিৰ্ম্নিতি কৰিতে নাহি পাৰো। সম্প্ৰতি পৃতি পথত তোমাৰে এমন প্ৰকাৰ অপৰি তোষ কৰিবাৰ চিত্তত নিঃ কষণা বিশেষ আৰ একটা হেঙ্গলৰ কাৰণ তুমি যে তিনিজন মনুষ্য লোহাৰে বান্ধিয়া তোমাৰদিগেৰ নিয়াছ, এমত কৰ্ম্ম কৰিবাৰ তোমাৰ উচিত বেবহাৰ নোহে। তুমি আপুনি জান বড় লোকৰ জুবানি হস্তি দন্তৰ সদৃশ হে লিখিছ, ই গোট তোমাৰ পৃতি ব্যবহাৰ হয় কিন্তু বড় বচন সামৰ্থতা কাৰ্য্য কামৰ দ্বাৰায়ে জানি। আৰ অধিক কি কহিম।

আমাৰ উকিল সনাতন আৰু শ্ৰীকানু পৰ্ম্মা প্ৰমখ্যে সমস্তে জানিবেক। ইতি। শক ১৫৫৪, তোমাৰ অৰ্থে হস্তি দন্ত ৭, কলিয়া চামৰ ৪, গন্ধ, ১২, মৰিচ ৩০ সেৰ, খড়গ ২, সোনাৰলি ডাবেৰে কটাৰি ২, মহমুৰি ১০, চজলগা ১১, কিৰ্মিজ ২, কতিপা ২, ঢৰাকাপৰ ১০।—পূৰ্ব্ব নিয়মে তামাৰ দুই কটকিক আহুলয়াৰ খাঁয়ে ৪ দিনৰ অন্তৰে তাৰ অভ্যন্তৰ লৈ নি কথাবৰ্ত্তা হৈ থাকে। একদিন কথা হওতে নবাব বোলে উদয় গিৰি ৮ সমান কোন আছে। আমাৰ সাতে সেকমেদায়ে কৈছে সেই থাৰ হন্তে আমি জানি আচো যে স্বৰ্গৰাজা সে খোদায়কে জাত্ত আমাৰ যে দিল্লীশ্বৰ সেখোদায়কে সাক্ষাৎৰূপ। আমাৰ দুই কটাকিয়ে বোলে খুব মালুম কহে, যে উদয়গিৰি পাৎসা তাঁইক ঈশ্বৰ কহে। যাক দিল্লীশ্বৰ কহে তাঞ্চিক ঈশ্বৰ বিভূতি বোলে। পাচে নবাবে বোলে কেমন নজিক জুত বাট কহ; দিল্লীশ্বৰ সাহেব তাই সৰ্ব্বকাল পীড় পীড় পাৎসাকে নাম হোতা হে, যাক উদয়গিৰি স্বৰ্গ মহাৰাজা বুলিকহ তাঞ্চিতো সৰ্ব্বকালে স্বৰ্গ মহাৰাজা নাম হে প্ৰসিদ্ধ কহে।

পাচে আমাৰ কটকিএ বোলে আমিতো জুত নাম কুল নাহি কহো। পূৰ্ব্বে যুধিষ্ঠিৰ প্ৰভৃতি ৰাজা সকল হৈ গৈছে, সেই সকলও দিল্লীশ্বৰ ৰাজা নাম হে লৈ গৈছে। তুমি যে দিল্লীশ্বৰ পাৎসা বুলিকহ পাৎসা নাম তো সাস্বতিক নহে। এতেক চাহে বে যি বুলিছ তাকতো আপোন খাত্তিৰেত বিচাৰ কৰি লেহে জানি। অবিচাৰ পূৰ্ব্বকে নেকি কোনো কথা জানি। এইৰূপ কথাবাৰ্ত্তা হৈ নবাবে খোচাল পায় বটা বাহন দি পত্ৰ সন্দেশ সহিতে চৰিপ খাঁ ৰঘুৰাই দুই উকিলক পুনৰ্ব্বাৰ পঠাই দিলে।

সেই সময়ত ভেলাই পুতেকে নবাবক বোলে ৮ ত জনাই হাতী দিম। এই বুলি কচি গুটিয়া দুই থাৰ মুক্তা আনিলে। থাৰত ৫ পাচ বুড়িকৈ আছিল। ভেলাইৰ পুতেকক ৮ খং কৰি হাজৰ পৰা খেদিচে। দুয়াৰ বাৰো গুচাইছে। এই মুক্তা দিলে দুয়াৰ

বাৰোপাম। খাটনিয়োঁ হব এই বুলিহে আনিছে। আহলয়াৰ খাঁয়ে দিয়া পত্ৰ এই, তাৰ দুই কটকিয়ে অনা ঃ—স্বস্তি নিখিল কৈলাসধাম গঙ্গাজল পৰম পবিত্ৰ যশোৰাশি বিৰাজিত শ্ৰীযুত বড় বড়ুয়া গোহাঞি উপকাৰুণি চৰিতেষু, সৌহৰ্দ্দপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ আদৌ সেখানে কুসল সতমঙ্গল। তোমাৰে সদাকাল হক বা চিতে ৰহে ও অপৰ তোমাৰ আশীস হে খুব খবৰ নাবে খগুনজামি মান্দৰ হোহ পৰং এভিবেৰ দোএক মহিন দোস্তকে বড় তোমাৰ পত্ৰ মনুষ্য তাকিদ হামাৰ হাৱাল হামেচা হয়োথা।

আবৰ যো বেগচ খোদায়কে হাভিসকো দেতাসে মাফিক হামাভি দোস্তি ৰাখতা হে ও এখন আমাৰ এত বাৰি চৰিপ খাঁ ও বাইৰ বন্ধৰ ৰঘুৰাই দোজন আদমি চিতাপ বিদায় কৰকে তোমাকো সাত ভেজিতে স্তহে সুমামাদি দোহান যেদিন কড়োৰ দোস্তকে ৰহে। মনিয়াকে ভিতৰ জিৰাকে নাবিনেহ, এমন প্ৰকাৰ হৈলেক সবহি মল্লুকে ৰায়তেৰ অন্তস যো কোচ দিলগিৰ ৰূপ দিয়ক হৈত বন্দগিয়া ৰহিতেছ, সেও গয়ৰস তোমাৰ একনা দোস্তমে হৰদাৰক যে গোব্ৰাহ্মণ দেল।

চৈয়দ কো গোৰ ভোজ কাহাকে যে দুয়াৰ চৌকিদাৰ এজে এমত নাহি কৰে। যে তোমাৰ ছিল মহমদ ও নন্দধাম সাহ সহিত ২৩ আদমি ভোট খৰিদ খেদ মতেত আপন মন্দিৰ হৈতে কেমন পাহাড়কে সাত ভোট গোঞাৰ কেভিবেৰ কেমন প্ৰকাৰ বেহুমত সাহ ভোট গঞাৰ কি জিউ ৰাখে। এ যে সব ঝুতবাত, আৰ বড় লোকেৰ একলাস দোস্ত পৃত এমত জানা যায় এখন অধিক কি কহে আপন অন্তসকে বিচাৰ চাহি এপ্ৰিত কে দাম দিন লগে তাহে। ইতি সৰহ সাল ১৫৫৫, মাস কাৰ্ত্তিক তাৰিখত। সন্দেশ ঃ—বানাত ২ খান, পালঙ্গ-পোচ ১২, বাপ্তা ৭, কৃষ্ণসাৰ ২, সোনে মলমা কাচৰ চিনিৰ বাসন ৮, টাৰি ২, দগদগি ৩, সোণৰমুঠি বানাতৰ ফাকেৰে তৰোৱাল ১ খান,—আহলয়াৰ যাৰ এই বাঙ্গালৰ কটকিক ধাৰাণৰূপে কলিয়াবড়ত চেটিয়া গোঁহাই থৈ কামুক লগত দি সনাতনক পঠাই ৮ জনালে।

সেই সময় ৺ও জামিৰ গুড়ি বাহক আছিল। বড়ুয়াও মহাৰাজাৰ লগত আছিল। একদিনা দীঘলি বিলৰ মাছ মাৰিবলৈ যাওতে নাও দেখি কাপোৰৰ বাও দি মাতিব দিলে। ৺ দেৱবোলে বামুণি পুতেক নাও যেন দেখোঁ। জেঠেৰি আমাৰ নাওৰব দে বড়ুয়াও নাও ৰাখি কাপোৰ বাদি মাতিব দিলে। পাচে কটকিৰ নাওঁৰ নাওৰ ওচৰ পালেহি। ৺বোলে নাওতে ধৰক। নাও বৈচাও নাওতে ধৰি কুন্ধি সোমাই আছিল।

কটাকিয়ে ৺ক নাওতে উঠি কথাবাৰ্ত্তা কলে। ৺ দেৱ কথা শুনি আনন্দ হৈ নাও লৈ চাই পুৰণি বৈচা নেদেখি ডাবা খুলি থংকৰি বোলে জেঠেৰি কটকিৰ নাওৰ মানুহ সকলকে পানিত বান্ধি পেলা। থং দেখি বৰুআও মাতিব নোৱাৰি সকলকো বান্ধি পানিত পেলাব লৈ মন কৰিলে। এনেতে সনাতন কটাকিয়ে গলত কাপোৰ বান্ধি বোলে মই বন্দিকে হে কাটিব লাগে; ৺ দেএ যি মহকিনা সয়েক মানুহ বন্দিৰ লগত দিছে। অত্যাপি সেই মানুহে হে আছে। ভিন্ন মানুহ না হয়। লৰা লুৰিৰ মুখ চাবৰ নিমিত্তে কানি কাপোৰ খান ধুবলৈ আমি বন্দি হতে হে পাঠাইছোঁ। মহকিনা গাওৰ ওচৰতে তাৰে ভাই ভটিজা সলনি হে বন্দি হঁতৰ লগত আছে হি। ইহতক কাটিলে মাৰিলে কোলো বা ৰাখিব নেকি? একোটি মনুহ কুড়ি বছৰে হে হয়। একোটা মানুহ একোখন পৰ্ব্বত। ডাঙৰ শত্ৰু সমীপতে আছে।

না কাটি না মাৰি ৰাখিলে এক চকুত মেলিবলৈ পাব। কাটিলে মাৰিলে ৺ ৰহে টুটে। এইৰূপে অনেক দেখাই মাতিলত। ৺ বোলে বামুনি পুতেক ভাল হে কলি। কাটিলে মাৰিলে মোৰ হে টুটে। ৰাখিলো যে আৰ আপাহকোনো ঠাইত পাব লৈ আচে। এই বুলি ৺ ও গড় গাও লৈ গল। কটকিকো নাওতে তুলি ললে। পাচে সনাতন কটকিয়ে ৺ৰ চাঙত প্ৰস্তাব পাই কলে। বোলে স্বৰ্গদেৱৰ নো কি বস্তুয়ে নাটিল। ভেলাইৰ পুতেকে যে ৺ত জন্মাই নবাবৰ ঠাই

লৈ হস্তী দিম বুলি দুধাৰ মুক্তা আনিছে। আক আমাৰ সম্ভেদ কথা কয়। ৺ ক্ৰমো পৰমেশ্বৰে কোন ঐশ্বৰ্য্যক নেদিচে।

যাতো সি পশ্চিমা মানুহ, তাত এনে কথা কৰিলে ভাল নেকি? পাচে ৺ ও এই কথা এৰে দাধৰা এটা পঠাই বঙ্গালৰ কটকিয়ে নজমা হেন কৰি কাম্নুক আনি ৰহস্যে সুধিলে। কটকিয়েও সেইৰূপে কলে? এই কথা শুনি ওপৰ বুঢা ৰজা ৺ বোলে, জান বামুনি পুতেক হত পূৰ্ব্বেও মোৰ ওপৰ ৰজা দেৱৰ দিনত যেতিয়া মাঙ্গতৰা ৰজাএ মাৰিলে ১৪৯৭ শকত। সেই সময়ত মোৰ ওপৰত গড গঞা ৰজাএ নড়া ৰজাৰ জিয়েকক চক্ৰং কৈ আনিলে। কুঞৰি পাতিলে। তত্ৰাপি শক্ৰৰ ভাৱক নেছি, গড় গাঞতে সৰিয়া ভাব ধৰি সকলো প্ৰজাক ভূত দিছে বুলি পানীত বুডালে, নানা বিধ কৰ্থনা কৰি মাৰিলে। শক ১৪৯৮ সেই সময়ত অচিত দলৈএৰে দণ্ড কৰি নড়াৰ যত্ন খড়ি আছিল। ৺ সাগৰ খড়ি নাম থলে। সেই গণকে ৺ সেৱা কৰিলে। গড় গঞা ৰজা বোলে, ই গণক বুলি যে কথ সেৱা কিয় কৰিলে। গণক মহয়। কোনো কথা লক্ষ কৰিহে অহিছে।

সেই কথা জামিও কুঞৰিক স্নেহেগণকক একো নুবুলিলে। পাচে সেইগণকে নামৰূপৰ সকলো প্ৰজাক লেখি তাৰ ৰজালৈ জনালে। পাচে নড়া ৰজা আহি যুদ্ধ ধৰিলে। সেই যুদ্ধলৈ চড়াই খেক বড় গোহাঞি হাতিত উঠি গৈছিল। নড়া ৰজাৰ থানা পাই চাঙ্গ হাতি দেখি ৰজামাত লগালতে পড়িলত, গোহাইক হাতি কচিএৰে কাটিলে। মুড গাড়ি পাই চাঙ্গ হাতীয়ে গোহাঞিক ৰটলি আনিলে। সেইযুদ্ধত আমাৰ অনেকো পডিল। পাচে গড় গাওৰ ৰজা খেদি গৈ নৰাক ভঙ্গালে।

এতেকে যি কৈছ বিদেশি মানুহৰ একো মনক না পায়। পচিমাল দফলা যেনে ই বন্দিও তেনে হে। জেঠেৰিয়ে ভালৰূপে শিখাই দিয়ক। বড়ুয়াও ওলাওতে সোমাওতে পাঞ্চ পাঞ্চ কিল মাৰিচিল। পাচে বড়ুয়ায়ে কটকিইতৰে যুগুতি হৈ ৺ত কলে, বোলে যি মুক্তা

আনিছে তাক উপাইকৈ আমি বঙ্গালক দিম। ৮ বোলে জেঠেৰিয়ে যিৰূপে ভাল হব, সেইৰূপে বা মুনিপুতক হতৰ হাতে বঙ্গালক দিয়াব। পুনৰ্ব্বাৰ অনেক কথাবাৰ্ত্তা হৈ ৮ বটা বাহন দি দুই কটকি সহিতে বড়ুয়াক কলিয়া বৰলৈ পঠাই দিলে। বৰুয়াএ চেটিয়া গোহাঞে পূৰ্ব্ব থাৰামে তুলি বটা বাহন দি আমাৰ সনাতন কানু সহিতে ৰচিপ খাঁ ৰঘুৰাই বঙ্গালৰ কটকিক পত্ৰ সন্দেস সহিতে পঠাই দিলে। পত্ৰ এই :— স্বস্তি সকল মঙ্গলা লিঙ্গিত নিজতনু সৌন্দৰ্য্য পাৰাবাৰ সদৃশ বহন বিশ্ব বিক্ষাতিত সৎকিৰ্ত্তি দিকৰ শ্ৰীযুত নবাব আহ্লয়াৰ খাঁ শুভাশয়েষু। সাহ্লাদপূৰ্ব্বক লেখনং উভয়তঃ প্ৰয়োজনঞ্চ আগে এথা কুশল সতত চাহি বিশেষ লিখন। আৰ পত্ৰ সহিত তোমাৰ বিশ্বাসী ৰচিপা খাঁ ৰঘুৰাই এই দুইজনক যি পঠাই ছিলা সিতো আসি শাক্ষাৎ হৈল। আমিও পৰম আহ্লাদে জানিলাম। আৰ ২৩ জন মনুষ্যৰ কাৰণ যে লেখিচা. তাহাৰ প্ৰত্যুত্তৰ আমি বাৰম্বাৰ লেখিয়া তোমাৰ ঠাই ভেজিতেছি।

তত্ৰাপিও যে বোল তুমি সে ঘাইল কৰিয়াছ, বড় লোকৰ পৃত এমও জানা যাই, এসব ঝুত। এমত জবাব যে লেখে ই গোট তোমাৰ কোন উচিত। আৰ পূৰ্ব্ব সত্ৰাজিতেৰ সমহাতি খেদাৰ কাৰণ আমালৈ লেখিছিল। সেই কালতে আমাৰ পূৰ্ব্ব ডাঙ্গৰিয়া সকলে অনেকবাৰ নিষেধ কৰিলে, তত্ৰাপি তোমাৰ লোকে হাতী খেদা কৰিলে। ·পাচে পাহাড়ি লোকে চিদ্ৰপাই অনেক লোক কাটিলে। অত্যাপি আমাত বদনাম ৰাহিছে। সৰ্ব্বকালে পাহাড়ি লোকক ভাত মুঠি মদ টোপা বটা বাহন দিয়া যায়। তথাপি পাহাড় ভিতৰে আহি দুই চাৰি আমাৰো কাটে। দৰঙ্গিকো কাটে। তথাপি যে তুমি সঞ্জাত না কৰ এখন দাতিয়াল ঢেকেৰিত সুখিচোৰা। আমাৰ বচন সাক্ষাৎ প্ৰমাণ হৈব। অপৰ দুইজনৰ নিচেয় দোস্তমাৰ্গ সংসাৰ মধ্য কি কাৰণ হৈবেক হেন যে লিখি আচ। সিতো এমতে সে হয়। পূৰ্ব্বাপৰ উভয় পক্ষ পৃত কড়াৰ গোট চলি গৈছে তাক আপুনি জান। এখন যে তোমাৰ পূৰ্ব্ব

উমৰাও সকলৰ মৰ্য্যদা ৰূপ ভাব তুমি আপনি হে ৰাখিতে উচিত হয়। আৰ আৰ আন্দ্যু পক্ষ পূৰ্ব্ব পূৰ্ব্ব সকলৰ প্ৰিতা পচয় দাঢ্যতা ভাব আমি আপুনি হে ৰাখন শ্ৰেয়স হয়।

এতেকে পৰস্পৰেৰ মৰ্যদ্যাভিমত পৰস্পৰেক সৰ্ব্বদা কৰিবেক এৰূপ পথে যেমত হ্রাস না জায় তাৰে কৰিবাক উচিত হয়। খোদায়কে হাবিস কোদাতাসে মাফিক হাম্ভি দোস্তৰাখ আছে। এৰূপ যি লেখিয়াছ বিশেষ পৰেমেশ্বৰ গুৰু যাক যিৰূপে সামৰ্থ্য কৰে সৰ্ব্বত্রে সেয়ে হয। কদাপি অন্যথা নহয়। এহি মাফিক তোমাৰ আমাৰ সৰ্ব্বথা কৰ্ত্তব্যতা হয়। যাতে তুমি আমি দেবাধীন—একাৰণ কোনো জনেৰ স্বতন্ত্ৰতা নাহি ৰহে, আৰ এমত সানুকুল্যতা ভাব শত পৃত পত্ৰ গতাগত হৈলে দো তৰফেৰ গোত্ৰাহ্মণ কি কাৰণে সুখী হৈযা না ৰহিব। এমন পথটা যেমন নবিন বৃদ্ধতাক পায়।

হামেচা তাৰে কৰিবা। আৰ অধিক কি কহিম? আমাৰ উকিল সনাতন ও শ্ৰীকানু শৰ্ম্মা প্ৰমুখতে জানিবা। ইতি—শক ১৫৫৫ ফাগুন তাৰিখ ১০, সঙ্গেস কিৰ্ম্মিজ ২, পালেঙ্গ পোচ ৪, কতিপা ২, ঢৰা ৫, আতলচ ৭, হস্তি দান্ত ৪, কলিয়া চামৰ চামৰ ৪, দুবা কাঠ ৬ সেৰ, জালুক ৬০ সেৰ, মলমা কৰা কটাৰি ২, চড়া গলা ১০, মহমডি ১০, পূৰ্ব্ব ধাৰনে তুমি আমাৰ দুই সনাতন—কানু শৰ্ম্মা কটকিক অভ্যন্তৰলৈ নি একদিনা আহলয়াৰ যায়ে বোলে তাঞিৰ আমাৰ পৃত গোট সূৰ্য্য সঙকাশ। ইতো সৰ্ব্বথা প্ৰকাশ কৰিতে আছে। ইহাত কোনো আৰ মত নাহি দেখি? ইতো পৰীখিত নাৰানকে ৰাজ্য ৰাজা ও আপোনাৰ চাৰি বেটাক পাৎসাৰ খেজ মতেত দি আপোন আয়সে মুৰা হৈল। লখি নাৰানৰ ধাৰায়ে ইৰসান বান্ধিহে ৰাজাই কৰে। ইতো পাৎসাৰ হে ৰাজ্য বায়ত। তোমাৰ দৈবেসে পৃতেৰ কাৰণ পাচে আমাৰ দুই কটকি এ বোলে সাহেব তুমি যে এখন বোল,

বুলিবাৰ উচিত নোহে। যেমন নৰনাৰানে আমাৰ স্বৰ্গদেৱৰ ঠাই যুদ্ধে নোৱাৰি, বড়দা দোবড় কায়স্থ ১৪ হাজাৰ লোক সহিতে স্বৰ্গ মহাৰাজাত সৰণ পশিল। ৺ও না কাটি না মাৰি দৰঙ্গতে পাতি থলে। পাচে নকুল লস্কৰে ও ১২৫০ ঘোড়া লৈ নমস্কাৰ কৰিলে। ৺ও সিহঁতৰ লগতে থলে। সেই সময়ত ৰাউ মুয়া হস্তি পক্ষিৰাজ ঘোড়া দুই কো আসিষ কৰি পঠাই দিলে। তাৰ পাচতো খোৰা ৰাজালৈ স্নকুৰ দুহিতাক দিলে। সি সময়তো ৺ক অনুবৰ্ত্তী হৈ আপোনাৰ ৰাজ্য ৰাখি চিলে।

এখনো পৰিক্ষিত ভ্ৰাতৃ বলিদেব তাৰ চাবা কুকমা সহিত ওপৰ বুড়া ৰাজাৰ সাতেহে উপভোগ কৰিছিল। ইতোৰাজ্য মহাৰাজাৰ হে খাওাৰ তল। তুমি যে বোল দৈবেসে কাৰণ এ গোট সত্য দৈবে যি কালত যাক যি নিবন্ধে ৰাখে, সেই হে হয়। বিশেষতঃ উদয় গিৰি ৺ৰা জাৰো শক্তি হ্ৰাস নাহি দেখি, আৰ অস্ত গিৰিৰ পাৎসাৰ ও শক্তি হ্ৰাস নাহি হয়। তত্ৰাপি উভয় পক্ষ পৃত সূৰ্য্য সদৃশ যে বুলিছে, সিতো দিবাকৰ নিদাঘ কালত, প্ৰচণ্ড শিশিৰ কালত মৃদুহে। এতেকে ইগোট দৈবেসে কাৰণ। ইখান তুমি সাহেব উত্তম বুলিচা। পাচে নবাবে বোলে হাহা উকিল এখন তো পৃত হৈয়া আছে। প্ৰীতেত কিল যে মিল্লা ৰায়তক মুৰ খন্দি দৰহে। এইৰূপে নবাবে অনেক কথা বাৰ্ত্তি খোচাল হৈ পুনৰ্ব্বাৰ আমাৰ দুই কটকিক বটা বকসিস্ দুশৰূপ অনেক বস্ত্ৰ সহিতে বিদায় দি পত্ৰ সন্দেশ সহিতে পুনৰ্ব্বাৰ লেঙ্গা পোলোঙ্গা দুইকো পঠাই দিলে। পত্ৰ এই—

স্বস্তি নিখিলগুণ গাম্ভিৰ্য্য নিজচৰণ পৰায়ণ শ্ৰীযুত বড় বড়ুআ গোহাঞি জিউ পৰমোদাৰ চৰিতেষু। লেখণং কাৰ্য্যঞ্চ আগে তোমাৰ কুশলোন্নতি বসুধা বিচিৰায় সম প্ৰত্যয় হোগা। ইদানীক আমাৰ অন্তকে তোমাৰ প্ৰীতি পথ প্ৰমোদিত হইবেক। আৰ লেখন শ্ৰীশ্ৰীযুক্ত ডিল্লিৰ সাহেবৰ খেজ মতদাৰ মকৰম খাঁ ও গয়ৰহ পাই

কান জমিদাৰ লোকাক পৰিক্ষিত নাবাণে ফুল গুৰিয়া ও ফতে খাঁ সহিতে যুদ্ধ সময়ত ফথে খাঁ ও দলৈ পৰ পৰ মানন্দ কিব নকৰ বহুত লোক লস্কৰ মাৰিলেক। তথাচ মকৰম খাঁ ফতে খাঁ সহিত সমস্ত জিগিৰ কৰিলেক। ফেৰ আৰ দাৰ পুৰন্দৰ ও আমাৰ অনেক জমিদাৰ সত্যা কুবেৰ খাঁক মাৰিয়া তাৰ ফলকৰ জঙ্গকে দস্ত সে পুৰন্দৰ মৰাল গাথা। তাৰ পাচা নবাব মকৰম খাঁ সাত উকিল ভেজায়া।

অনেক প্রিত প্রনয় দেখায়া এক সফিল এক মটাঙ্গন বিসমন আগৰ কাঠ ইৰ সাল জামা ৰাখিয়া বোলে এই মাফিক হৰবৰিস ভেজায়া দিব, এহিৰূপে লেখা শুনিয়া ইসলাম খাঁ তাহাক নামা-নিয়া কোচ ৰাজা ধৰিবাক পুনঃ হুকুম কৰিলেক। পাচে পৰি-ক্ষিত আপোন জিউ ৰাখি দুই ৰোজ ধুবুড়িত যুদ্ধ বেগাৰ কৰিয়া নস হাতি সে আগক কৰিয়া দক্ষিণ কোল ভিৰ দিলেক। সেইতু-ক্তকে শ্রীশ্রীযুত ডিল্লীশ্বৰ সাহেবকো হুকুম মকৰম খাঁ ও লাড়া কাকে ওপৰ দিয়া ভেজায়া জহব গুলিস ফুৰাকে ভৰায়া বেড়িকা দেয়া—।

নবাব বেটা জানাও খাঁ খেজমত দাৰ বাপেৰ লাগ বসিদ তাগায়দ কহে, মোৰ পদৰ তোম্‌ভি আমাৰ ৰুটি দূৰ কৰে গাখা-পভি মৰেহা ও এখন মেচকে ৰাজাকো এড়ি বেৰ বন্ধ কৰিয়া মেৰি দস্ত বিগাৰৰে দেহঙ্গা,—এসেয়কে তব আপোন বেৰি পহাও কৰেহে মেৰে আগযব হগুলি চিতাপ খাঁ ও জালাল খাঁৰ হাতত দিয়া ভেজিলেক। জালাল খা ও মকৰম খাঁৰ সহিত পৰিক্ষিত পাৎসাৰ হুজুৰ কৰিলেক, পাচে পাৎসাও পৰিক্ষিত নাৰানক বন্দি কৰি লখি নাৰানকে ৰাজা ৰাখি আপোন দেশ ভেজিলেক—

তাত পাচে পৰিক্ষিতৰ বেটা, চাকেৰিগুনাগাৰি দিয়া আপোন জিউকে ৰাখিয়া পাৎসাৰ হুজুৰ চেলাম কৰিয়া শিৰকে ওপৰ হুকুম চড়ায়া পাৎসাকে পহুছিয়া আপোন জামা ৰাখিয়া ইসলাম খাঁ, আগয়াৰ

দাস কৰিলেক। কামৰূপৰ ৰঘুনাথ ৰাই বড়ুয়া তাকিদ ইস্লামখাঁক লেখিলেক। লাঙ্গকাটা মেৰফেৰ হামাৰে ওপৰ ভেজিয়া ইহাতে সব লোকেৰ মনকুহ বেটা চায়া নবিস্ত ওগয়ৰহ চিকনকো ভিতৰ যে কোচ যি গৰ সব পৰিক্ষিত সমসেৰ চিদাৰ দস্ত গিৰযো কৰা হামেচ শিৰ কৰিয়া খাইবেক। এতেকে তোমাৰ মন মাফিক খুচি কৰিবেক এ যে ভালাই দৌলত এমত লেখা শুনিয়া ইস্লাম খাঁ নবাব মেচ ৰাজাকে না ভেজিতেছে। আপোন আয় প্ৰয়াগ যায়া মেচ ৰাজা দেহ এড়িলে ইসো আস্তে সে কাল পৰ্য্যন্ত কামৰূপ ওপৰ পাৎসাৰ ইৰসান জামা গাঢ়া হৈব হোতাচ,—ঃ—

তুমিতো পৃত পূৰ্ব্বক আমাৰে আত্মীয় হৈ আছ, এখন তোমাৰ আমাৰ মিঞানা ভাব নাহিৰহে, পাহাড় সঙকাশ অভ্যাস গম যেমন হবে তাহে কৰিবেক। আৰ অধিক কি কহিম অপৰ সমাচাৰ লেঙ্গা ও পোলোঙ্গা দো আদমি হাজিৰ হৰবত কহিবেক। ইতি সৰহ মহৰম শক ১৫৫৫, আষাঢ় তাৰিখ ২, সন্দেস বানাত ২, চিট ৬, পালেঙ্গ পোচ ৪, কমৰ বন্ধ ৬০, জাইফল ২ মোনা, লোন ৫, মোন।

পাচে বড়ুয়া এ চেটিয়া গোহাইঞে লেঙ্গা পোলোঙ্গা দুই উকিলক খাৰানে তুলি আমাৰ ২ কটকিক এই কথাৰে ৮ জনাবলৈ পঠালে। ৮ বোলে তঁতে যি সিদ্ধান্ত কৰিলিআক শুনি বড় আনন্দ পাইছোঁ। কটকি হলে ঢালিৰ সদৃশ হব লাগে। কথা আখাৰেহেতইতৰ চাউল কানি আৰু বিশেষতঃ সুয়গা যেন আপোনাক মাৰি সুবৰ্ণক সুদ্ধ কৰে, তইতৰো আমাৰো সেইৰূপ। বিদেশত যে আপনাৰ দেহকো নাচাই লোকৰ দৰবাৰত আপোন পক্ষ ৰাখি এই ৰূপ যে সিদ্ধান্ত কৰিচ এতেকে বামুনি পুতেক হত, তইঁতত কৰিনা মোৰ কোন আচে, আৰু ৮বোলে মোৰ পুথাও দিহিঙ্গিয়া ৰজায়ে যেতিয়া কচাৰি মাৰিলে, সেই সময়ত হোকা খুণ্ড ডাণ্ড ৰূপৰা দলৈ লালোয়া দলৈ, সিতল নেঘেৰি মাৰি এই চাৰিক টুৰ পাক বড় চেতিয়ায়ে ধৰি আনি বন্দিকৈ থৈচিল।

বোলে আমাৰ যে মানুহ ডুমুহ টো ফুৰিব নোৱাৰে ইৰাজ্য স্বৰ্গ মহাৰাজাহে, কচাৰিএ কত পাইছে।

এই কথা শুনি কচাৰি ৰজায়ে বোলে দিখৌ নদীৰ দখিন পাৰৰ পৰা মোৰহেমাটী বড চেটিয়ায়ে কেনেকৈ মোৰ মানুহ ধৰি নিয়ে, তই বুলি কচাৰি ৰজাও লোক জন সহিতে যুদ্ধক মনে ধনসিৰি কাখৰতে কোঠ দি থাকিল, সেই সময় ১৪৪৮ শকত দিহিঙ্গিয়া স্বৰ্গদেৱে খেদি গৈ প্ৰথমে শীতল নেঘেৰি মাৰিলে, তাৰ পৰা ধনসিৰি পাৰহে মৰাঙ্গি মাৰিলে। পাচে দেবাপিৰ বেটা ডেসা কচাৰি ৰজায়ে যুদ্ধক নোৱাৰিহে ডগলৈ যাওতে, হাবিত আমাৰ লোকে পাই খুচি মাৰিলে।

গৰমা কুঞৰিকে কোঞৰ অটিকে পাই ৮৩ত জোগালনি। সুন্দৰ কুঞৰি দেখি মোহিত হৈ নগৰলৈ নেজায় দেখি, ফ্ৰাচেং মুন বড় গোহাঞি, কাঞ্চঙ বড পাত্ৰগোহাঞি প্ৰমুখ্যে সকলে আলচি, কন্‌চেঙ্গ পাত্ৰ বলিয়া হল বুলি বাহৰৰ চাৰিও মোৰ জুই দেখি। ৰজা ওলাই দোলাত উঠিল। ডুলিয়াক টিপ দি থৈছিল। নাওত তুলি ধন সিৰি পাৰ হৈ টৰ পাকক বড় চেটিয়াক মৰঙ্গিত থৈ চকি বহাই গড় গাওলৈ গল। কতোদিন অন্তৰে কচাৰিয়ে বড় চেটিয়াৰ ঠাইলৈ আহি বোল আমাৰ ৰজাৰ শন্ততি নাই অৰাজৎ হল। কোঞৰটি দি আমাক থাপক। ৮৩ শুনি গোহাই বোৰ সহিতে আলচি কোঞৰক বিবাহ কৰাই কেকোৰা দোলাদি ৰাজা পাতি নিৰ্ভয় নাৰাণ নাম দি পঠালে।

সেই কথাতেহে আমাৰ থাপিত সাঞ্চিত যাৰ চাই বেটিৰ পোহেন বোলে। এই কথাতে থাকি নিৰ্ভয় নাৰাণেও মহাৰাজা লৈ দুই ঘোড়া, মোলৈ ২ ঘোড়া, বুঢ়া গোহাই লৈ ২ ঘোড়া, বড় চেটিয়া লৈ ১ ঘোড়া, থাটনিয়াৰ ২০ মানুহ দি নিঃসংসয় হৈ থাকিল। আৰু আগে চুটিয়া ৰজাক চন্দ্ৰগিৰি পৰ্ব্বতৰ পৰা ধৰি আনি বড় সন্দিকৈয়ে মাৰিলে। ফ্ৰাচেং মুন বড় গোহাঞি আপুনি সদিয়াত থাকি বড় মনে নাহে। দিহিঙ্গিয়া ৰজা উপাই কৰি বুৰা গোহাইৰ হাতে নাৱত তুলি আনি ভাঙ্গি থৈচিল।

সেই সময়ত গৌড় পাৎসাৰ সম্বন্ধি তুৰ্ব্বক আহি ধনশিৰিত যুদ্ধ ধৰিলেহি। পাচে তিনি বৎসৰ যুদ্ধ কৰি নোবাৰি ডাভাঙ্গৰিয়া ও লোক জন কিছু পৰিল। পাচে মোৰ পুথাও ডিহিঙ্গিয়া ৰজা কাচেঙ্গ বড় পাত্ৰগোহাইঞ্চিক সেনাপতি পাতি উপাই কৰি তুৰ্ব্বকক মৰালে। আত পাচে সেই বেলা ৰটাটেমনিৰ বাৰ ভূঞাঁয়াই, কলঙৰ কাপৰত ৰলহি। মদন গিৰি ধৰ্ম্মাই, চোমদাৰ, ৰামচন্দ্ৰ গিৰি, চন্দৰ দলৈ, তামুলি দলৈ বাহুদলৈ, বড় চোমদাৰ এই সকল প্ৰমুখ্যে যুদ্ধক মনে আছে। এনে সময়ত গড়গঞা পুথাও ৰজা মনত দুঃখে হেৰম্বক লৈ কন্যা এটা আনি বেসাখত ১৮৬৩ শতক পালেহি।

কচাৰি কুমাৰ, কচাৰি ডুমুনি, আৰু আৰু অনেক মনুষ্য কচাৰি ৰজা সেঁৱা কৰি এইৰূপে দি পঠালে। পাচে দিহিঙ্গিয়া ৰজা বড় সন্দিকৈ সকলো বোৰে ভুঞাৰ যুদ্ধলৈ সলালৈ, আহিল। পাচে ভুঞাৎ সলা মাৰিলে। প্ৰথমে ৰনভঙ্গ হৈ আমাৰ হুহকি আহি পৌষ মাস ১৪৬৩ শকত দু দিন পাচে যুদ্ধ কৰি ভূঞাক ভঙ্গাই মুৰ আনি মথাডাঙ্গত থলে। দুটা দৌল বান্ধিলে। ৰামচন্দ্ৰ গিৰি দলিদ খাঁ প্ৰমুখ্যে ভুঞা সকল সলাত লোকজন সহিতে দান্তে তৃণ ধৰি দিহিঙ্গিয়া ৰজাত সৰনাগত হল ; লস্কৰো পৰিল ১৬, কটোৱাল পৰিল ১২ ঘোড়া পালে ৩০০, সেনা অনেক পড়িল।

ৰজৰা নাও ৬০ পালে। সেই ভূঞাঁ সকলক পুথাও দিহিঙ্গিয়া স্বৰ্গদেৱৰ আজ্ঞাএ বড় চেটিয়ায়ে উত্তৰ কোনে পাতিলে। সেই সময়ত সাত খন মাৰ নাও লোহিতেদি ৰণ জয় হুই ভটিয়াই গৈ, ক্ৰাচেঙ্গ মুনৰ পুতেক চনথাম, সৰ খন্দিকৈ প্ৰমুখ্যে দাতিএ গৈ, কৰতিয়াত খণ্ডা পথালি, সামান্য কৰি ইটাৰ দৌল বান্ধি, পুথুৰি খানি চিন থৈ গোবৰ্দ্ধবে প্ৰিতি হৈ কোচৰ ৰজাক মিত্ৰ ভাবে বিশ্বসিংহক থাপিলে ; সোণা ৰুপা ২ চক্ৰলৈ দিহিঙ্গিয়া ৰজালৈ সেৱা কৰিলেহি। ৬৩ সিবোৰক বটা বাহন দি বড় সন্দিকৈক বড় আজাম নাম দিলে। ১৪৬৪ শকত দিহিঙ্গিয়া ৰজাক লেহেতিয়ায়ে খুচি মাৰিলে। ১৪৬৫,

পাচে গড় গঞা ৰজা হল ফাগুনত। পাচে সাত কোঞৰ দ্ৰোহ পাই সবাকো মাৰিলে। ১৪৮২, এইৰূপে ওপৰ পুথাও দিহিঙ্গিয়া ৺, সাত ৰাজ্য মাৰি এক ৰাজ্য কৰি গৈছে। তহত যে সিদ্ধান্ত দিচ।

আহলয়াৰ খাৰ ঠাইত—ই গোট উত্তম সিদ্ধান্ত দিচ। আমাৰো এই গোট হে মনোনিত। যি কথা তহতে কৈচ, আগ পাচলৈ এই কথা তহতৰ মনত থাকিব লাগে, পূৰ্ব্বাপৰ চাই তহতে এই ৰূপে সিদ্ধান্ত কৰিবি। এই বুলি ৺সনাতন, কাম্মুক, ৰূপৰ ভাবেৰে দুখান কটাৰি দুইক সবাইৰ পৰা দিলে। কলিয়া ফুলাম কাপৰেৰে বঁটা দিলে। সোনাৰ কড়িয়া ২ জোৰ, ৰূপ ২০০, আনো খাবৰ ল'গৰ উপহাৰ বস্তু দি পত্ৰ সন্দেস সহিতে পাঞ্চিলে।

সি ঠাইতো বড়ুয়াএ ধাৰাণে লেঙ্গা পোলোঙ্গাক তুলি, বটা বাহন দি সিহঁতক পঠাই আমাৰ দুই কটকিক বড়ুয়াএ বোলে আহলয়াৰ খাঁয়ে যে তহতঁৰ লগত লেঙ্গা পোলোঙ্গাক নপঠালে, পাচত হে পঠালে, এই কাৰণে তহঁতো পাচ হুই যা এই বুলি সিহতঁক বিদাই দিলে। পত্ৰ এই :—

স্বস্তি সকল গুনাগাৰ পৰম পবিত্ৰ নিজকুল ধৈৰ্য্য মৰ্য্যাদাভিৰত শ্ৰীযুত নবাব আহলয়াৰ খাঁ মহাশয়েষু। শিব স্নভাত সস্নেহ লেখনং কাৰ্য্যঞ্চ আগে অত্ৰ কুশল। তোমাৰ কুশল সদা ভাল চাহি। পৰং তুমি যেমত জবাব লেখিয়াছ ৰাজা পৰিক্ষিতেৰ মৃত্যু কাল পৰ্য্যন্ত কামৰূপ ৰাজ্যৰ ওপৰ ৺পাৎসাৰ ইৰসাল জামা গুনা গাঢ় হৈতেছে। ইতৰ ফেৰ তোমাৰ এৰূপ অযোগ্য ব্যবহাৰ। যেখন যাক যি কাল ৺ঈশ্বৰে যিৰূপতে সে অভ্যাগম কৰিতে থাকে, সে কাল মাফিক বহুবিধ প্ৰকাৰে সামৰ্থ হৈয়া থাকে। আৰ দেখ যে উক্ত তোমাৰ চৈয়দ বাবাকৰ প্ৰমুক্ষ উমৰাও সহিত লোক, লস্কৰ, পিয়াদা ঢালি, বৰ কন্দাৰ নিশেষ সৰিয়ণ কৰিয়া ৺খাণ্ডাৰে দোহাৰ খণ্ড খণ্ড কৰিলেক।

তেতিয়া নেকি তোমাৰ সমান ৺ঠাই মহিম জ:ৱাৰাল উমৰাও নাছিল নেকি তুমি যে এমত বিধ বিচাৰ নাহি কৰ? আৰ বিশেষ

সমাচাৰ অতি পূৰ্ব্ব আমাৰ ৺ৰ অমাত্য ক্ৰাচেং মুন, বড় গোহাইৰ পুত্ৰ চনখাম বড় গোহাই। সক সন্দিকৈ বড়ুয়া চন্দনা চল পৰ্ব্বত হস্তে একটা মহাবলবন্ত ৰাজাক আনি তাৰ সসৈন্য সহিতে মাৰিয়া উত্তৰ দেবালয়ৰ কোনে মণ্ডমালা দৌল বান্ধিলেক। তাৰ অশেষ হস্তী ২৭, টাঙ্গন ঘোড়া ১০০০, হিলৈ, নৌকা প্ৰজা অপৰিমিত মাৰিয়া স্বৰ্গ-দেবৰ ঠাই আনিলেক।

আপোন দেশক পাচে উত্তৰ কোল মাঝে তাকিদ কৰিয়া কমতে-শ্বৰৰ পাট গোপালপুৰ পৰগনাৰ দোসীমনা ৰহি চাৰিয়া কৰতিয়াক গেল। গোসয়লি খাণ্ডাৰ কলুষ সব দূৰ কৰিলেক। সেকাল তোমাৰ গৌৰেশ্বৰ পাৎসাৰ, মচন্দাৰ গাজিৰ জামাতা দিল দিলাউগা জিক ভেজায়া পুত সাহলাদ কৰিয়া এঘাৰ সিন্দুৰ, ঘোড়া ঘাট, ফৰিয়া বাদ তাহে ঢাকাৰ ভাটি এই সকল ইহাৰ মধ্যে ঘোড়া ঘাট, পুখুৰিয়া, আঘাৰ সিন্দুৰ যেখানে সাহত পৰঙ্গনা ৰায়ত গুনাগাৰ দিবেক। ঐ সকল যৌতুক তুল্য কৰিয়া দুই কন্যা ৺ক লাগি ভেজিলেক। আমাৰো ডাঙ্গৰিয়া সকলে একটা পুকুৰ খান্দিয়া দৌল মাফিক কৰিয়া পুনৰ্ব্বাৰ কোচ ৰাজাকে মিত্ৰ পথ দেখায়া ব্ৰহ্ম পুত্ৰ স্নান কৰিতে আপোন দেশ পাইলেক। ৺ও অনেক দিলাসা কৰি আপোন বক্‌সিস পহিৰনক দিলেক।

তাৰ পাচে ঘৰ সন্দিকৈ নাম দূৰ কৰিয়া বড় আজম থৈলেক। সে কাল পৰ্য্যন্ত ধৰ্ম্ম যস প্ৰতিষ্ঠা সমুদ্ৰ সাবকাস ৰহিতে আছে। ইদানীক যে তুমি আত্ম পক্ষ গাঢ় কৰি মিত্ৰ পক্ষ অপহাৰ কৰ, ই গোট তোমাৰ কেমন ভালা নাৰহে। কিন্তু নায়ক সঠ ভাব কৰ্ম্ম আৰ মিত্ৰে মনস্মি ভাব মিত্ৰ বাক্যে পচয়ে সে দূৰ কৰিতে থাকে। এখন যে প্ৰস্তাব সাদৃশ্য কৰিয়া তোমাৰ পূৰ্ব্ব জবাব মাফিক প্ৰত্যুত্তৰ লেখিলাম ইহাতো তোমাৰ আপোন মন সন্ধষ্ঠ কৰিয়া কৰ্ম্ম সাৰ বহুবিধ বেগাত তাৰেই যত্ন কৰিবেক। এতো তোমাৰ আমাৰ মধ্যে খানিক চৌৰ্য্য পৰিক্ৰিয়া দ্বেষ কৰ্ম্ম নাৰহে এৰৈকক প্ৰীতি সাহজিক প্ৰণীত সাম্প্ৰাধিক দ্বাৰেক সব মৃদু হয়।

আৰ অধিক আমৰা কত লেখিব। অপৰ সমাচাৰ আমাৰ উকিল সনাতন শ্ৰীকান্ত এ সকল প্ৰমুখাৎ জ্ঞাত—হৈবেক। ইতি শক ১৫৫৬, ভাদ্ৰ মাস, তাং ৭, সন্দেস—কিৰ্ম্মিজ ২, নডা ৪, চড়া ৭, কলিয়া চামৰ ৪ ভুবা কাঠ ৭ সেৰ, জালুক ৬০ সেৰ।

সোনৰ ডাৰেৰে কটাৰি ১ খান, চড়ানগা ৫। পাচে আহলয়াৰ খাঁয়ে আমাৰ দুই কটকিক ধাৰাণে তুলি অভ্যন্তৰলৈ নি বোলে আমাৰ উকিল আগে পাচিবৰ কাৰণ কি? উকিল হলে এক সঙ্গী হৈ আইসে। তুমভি কেমন জুগাদি ভাব আমাৰ সাত সাক্ষাতে ৰহে। আমাৰ দুই কটকিএ বোলে সাহেব গজিন্দ্ৰৰ কৌলিক ৰহে। জঙ্গল হৈ থাকিতেও পুনৰ্ব্বাৰ হস্তিৰ গমনৰ দ্বাৰাহে পটিত্বক লভে। অভিপ্ৰায় কৰ্ম্ম বড় লোকেহে বিচাৰ কৰি ৰক্ষা কৰে।

এখন যে আমাক পাচ কৰি তোমাৰ দুই উকিলক তাকিদ ভেজিলেক ই গোট অনুচিত না হয়। যাতো সাহেবে পূৰ্ব্বে এমত কৰিচে। সেই কৰ্ম্মানুসাৰেহে আমাকো সহ কালিত্ব নাভেজিছে। পাচে নবাব বোলে হাহা উকিল তাঞ্ৰিৰ আমাৰ পৃত সাক্ষাৎ মেকৰ সদৃশ। খানিকো মিঞা ভাব নাহি দেখাতাহে। যে কোচ বচনকো চিত্ৰ ইতো মাৰোত তুল্য অমুৰ্ত্তা ইহাত কাই আপনি তোস কৰে। পাচে আমাৰ কানুয়ে বোলে সাহেব উত্তম হে বুলিছে। বচনো অমুৰ্ত্তক, মাকৃতিও অমুৰ্ত্তক সিতো অবলম্বন নহে। সাক্ষাৎ অবলোকনীয় হয়, তত্ৰাপি যে সেই মাকৃতিয়ে মেক সদশকো ভঙ্গ কৰিছে।

পাচে এইৰূপে নবাবে কথা বাৰ্ত্তাতে যো সাল হৈ বটা বক্সিস দি আমাৰ দুই কটকিৰ লগত চৰিপৰ্খা ৰঘুৰাই দুই উকিলক পত্ৰ সন্দেস সহিতে পঠাই দিল। পত্ৰ এই—

স্বস্তি সমস্ত গুণধাম সৰবিন্দু সদৃশ যশো ৰাসি বিৰাজিত শ্ৰীযুত বড়বড়ুৱাও চেটিয়া গোহাঞি জিউ মহামহোন্নত প্ৰতাপেষু। লেখনং কাৰ্য্যঞ্চ আগে এথা কুশল কেবল তোমাৰ কুশলাভ্যুদয়েক সদা পৰিচিন্তি।

পৰং সমাসাৰ এই এখন আমাৰে সাত তোমাৰ সনাতন ও শ্ৰীকান্ত শৰ্ম্মা আসিতে দৰবাৰক চৌৰিকে সাক্ষাৎ খড়েৰহে। আমি ও মেহৰত ভাবৰূপ সাদৰেক কৰিয়া তোমাৰ মাঙ্গল্য লেখন বাৰ্ত্তা দুজন উকিলেৰ বোখ চাৰে সুনিলাম। অতঃপৰ তাহা নে যে পূৰ্ব্ব সলাহ ইতৰফেৰ অৱধিক হইলে ইসো আস্তে দেশ বিদেশৰ লোকে শুনিয়া প্ৰসংসা কৰে।

এ ধৰ্ম্মে তোমাৰ আমাৰ ইস্তক বিচিবাৰ কীৰ্ত্ত দৌলত বাচ মানকে ৬দণ্ডি কৰে। আৰ পূৰ্ব্ব যোকুচ জুৱালি মাফিক তোমৰা অন্তসেত দুখ হৰিসেক, আমাৰ প্ৰণয় পৃত নিয়ত বিসয় ভাবে তোমৰা সব দিল গিৰ সামপ্ৰতনেই নকৰিবেক। দৈব গতি যে হৈবাৰ আছিল হৈ আমাৰ কৰিবাৰ কি ? আৰ ভাল মন্দ যে দিন যাৰ পেসা নিবৰ দৈব কাজো সুকাৰ্য্য ইস্তাদ হোয়। সে মাফিকসমস্ত শুভাশুভ হৈয়া আজাৰ ৰাখে এতে তুমি আপন খাতিৰ বিচাৰ কৰিয়া যেৰূপ হৈবাৰ হয় সৰ্ব্বথা তাৰেক জামা ৰাখিবেক।

আৰ উকিল বিলম্বেও ভালাই নয় ই বেকতত কাল। প্ৰত্যুত্তৰ কুসলাদি সমাচাৰ লেখিয়া আপন সন্তুষ্ট সৰ্ব্ব কাম কাজ সৰিয়ত ৰাখিবেক। আৰ অধিক হাম্‌ভি কি কহিম। আমাৰ উকিল চৰিপ খাঁ ও ৰঘুৰাই দোজন হুজুৰ হৰ সাল কহিবেক। ইতি সহৰ বজৰৰ ১৫৫৭ মাস আশ্বিন তাৰিখ ৮ সন্দে বাণাত ২, জিন লগাম সহিত ঘোড়া ১, পালেঙ্গ পোচ ৫, সুলতানি চিট ৭, সোনাৰলী কোমৰ বন্ধা ৬ খান, কাঁচৰ ঝাড়ি ২, তাৰে বটা ২, মিশ্ৰি ২ সেৰ, লঙ্গ ৩ মোন। সুগন্ধৰলা ১ সেৰ, স্বফেদ কাষ্ঠ ৫ সেৰ, লোন ৫ মোণ—:—পাচে বড় বড়ুয়া চেটিয়া গোহাঞে সমালোচন কৰি বোলে সিঙ্গৰিৰ গোপেশ্বৰ গোসাইৰ ঠাইত ভোটে সুবৰ্ণৰ গোসাইৰ ওপৰত টোপ দিছিল। আহলয়াৰ খাঁ নবাবৰ বড় কন্দাৰি গুণা ও দি নাম বঙ্গালে গোসাঞিৰ কেৱামতিক ৰাজানি নামানি গোসাইৰ সুবৰ্ণৰ টুপিক হিলৈৰ ফাকৰ

আগেৰে কোৱাই ভঙ্গ কৰিলে। পাচে তেজবাতি কৰি মৰিল। তাৰ লগৰ সুদা মানুহে বোলে গোপেশ্বৰ গোসাঞিক ভোটে সুবর্ণৰ টোপ দিচে। তোমালোকৰ কি হানি হল।

আমাৰ নবাবৰ চাকৰ পহলনক চল কৰি মাৰি নি আৰ বঙ্গালো বেমাৰ খাঁ আবদুলাম খাঁ আজাৰ খাঁ বিয়ামত খাঁ প্রমুক্তে ১০৭ টা পহলানে হাতী খেদিচিল, সুদা মাপ হলনে বিয়ামত খাঁ দুয়ো আমাৰ দুয়াৰ দাৰৰে দণ্ড কৰি শক্রসম ভায়েক সুনন্দৰ মুৰ কালিলে। হিলেয়েৰ কোৰ মাৰি। এই কথা বড়ুয়ায়ে শুনি সোদ পোচ কৰি জগলুৰ হাতে বঙ্গালক দণ্ড কৰি সুদামকে বিয়ামত খাঁকে লোয়া লগাই থলে। সেই সময়ত বড়ুয়া এ চেটিয়া গোহাঞে বঙ্গালৰ কটকি চৰিপ খাঁ, ৰঘুৰাই দুইকো পূর্ব্ব ধাৰানে তুলিলে।

১৫৫৭ শক মাহ কার্ত্তিক তাৰিখ ১০ পাচে দুই কটকিএ বোলে আমাৰ নবাব সাহাবে বিয়ামত খাঁ কে সুদামকে খুজি আহিচে। পাচে চেটিয়া গোহাঞে বোলে প্রিত পথত তাঞি আমি এক ঘৰ হৈ আছো। তত্রাপি যে তাঞি যেতিয়া যিখন কৰে আমি নাজানো। আমাৰ ঠাইত নবাবৰ মানুহ আছে হেন কিৰূপে জানিছে। তাঞিৰ চাকৰ হল পত্রত কিকাৰনে নে লেখিলে। আৰ বিশেষতঃ দখিণে অসুৰালি। উত্তৰে বড়নদী এই হদ কৰাৰে নির্ণিত ক্রমেহে পৃতি পত্র পক্ষত পূর্ব্বতসদন পথ হৈতেছে হেন লেখিচে, এতেকে পত্রত নে লেখিবৰ কাৰণ কি। চৰিপ খাঁ ৰঘুৰাই তহতে মিত্র নবাবৰ ঠাইত কহিবি যাই, যদি পত্রত তাঞিৰ চাকৰ সমাচাৰ লেখে তবে আমাৰ ঠাই আছে তাইৰ ঠাইতে আছে। পাচে দুই কটকিয়ে বোলে ৺ যি হুকুম কৰিচে, আমি মাথাত কৰি নি চাহেৱৰ ঠাইত পহুচাম যিখান কৰে, দুইৰ লগত সনাতন কানু পত্র সন্দেস দি ধাৰানে বিদাই দিলে পত্র এই ঃ—

"স্বস্তি সকল গুন বিভব শৰাদিন্দু সদৃশ শ্রীমৎ মহামিত্র বড় নবাব আহলয়াৰ খাঁ সুভাশয়েষু। লেখনং কার্য্যঞ্চ আদৌ ইথানে কুসল পৰং

তোমাৰ কুশলাভ্যুদয় মঙ্গলেক নিৰন্তৰে চাহি। পৰেক লিখন পত্ৰ সমাচাৰ এই। আৰ এখন চৰিপ খাঁ ৰঘুৰাই দো জন হজুৰ নিশেধ কহিব হেন যি লেখিয়াছিলো সিতো সম্প্ৰতি দৰবাৰ মধ্যে উকিল মুখৰ বক্ত সমাচাৰ প্ৰকৰ সাহলাদ আমৰা বহুত হইলাম। আৰ আমাৰ পৃত পূৰ্ব্বক অত্যাধিক হৈল হেন যি লেখিয়াছ, এধৰ্ম্মে উভয়ান লুপ্ত ফাৰ চিয়াৰু কীৰ্ত্ত দৌলত আসমানকে দাস্ত কৰে। হেন যে গোট তোমাৰ মিত্ৰেৰ সম্বন্ধ কৌলিস্যে হয়, মিত্ৰ স্নেহ বিস্তাৰিত কীৰ্ত্ত সদলোক সম্মত যশ ধৰ্ম্ম ৺প্ৰসাদ আমাৰ লোক প্ৰচুৰ প্ৰব্যক্ত হয়।

আৰ মনে সুখেৰ কাৰণ, সুখ সমাচাৰ প্ৰাৰম্ভ লেখিচ। প্ৰনয় পৃত নিয়ন্ত-বিসয় ভাব দিল গিঁৰ লেইন কৰিব হেন ভাল মন্দ যি প্ৰস্তুত দৈববাক্য সাক্ষাৎ সেৰূপ শুভাশুভ এৰূপ মিত্ৰাতি সৰন মাৰ্গেসে যুক্ত। এতকে তুমি আপোন খাতিৰ বিমৃষা হৈবাৰ হয়। সৰ্ব্বথা তাৰে বন্ধ ৰাখিবেক।

হেন যি লিখিআচ, এ যে তোমাৰ অন্তৰ্হিত নাসৌ গন্ধতা বেহাৰ। অতএব কন্দা এক সন্তুষ্ট সৰ্ব্বকাম সৰিয়ত না কৌলি ফিৰিবেক। আৰ অপৰ উকিল বিলম্ব না কৰিব হেন যি লিখিয়াচ যদি সৰ্ব্ব পৃত সৌষ্টব্য ৰহে তবে কেন উকিল সৰিয়ত নহে। আৰ অধিক কি কহিম তুমি সৰ্ব্বজান। বিচাৰ ভদ্ৰ। বাকী সমাচাৰ সনাতন ও শ্ৰীকানু কহিবেক। ইতি শক ১৫৫৭, মাঘ আঘোন।—সন্দেশ কিৰ্ম্মিজ ১, কতিপা ১, হস্তী দন্ত ৭, নড়া ২, কস্তুৰী ৩, আলুক ৬০ সেৰ।

পাচে সি ঠাইতো এইৰূপে আমাৰ দুই কটকিক পূৰ্ব্ব ধাৰানে আহলয়া খাঁ নবাবে অভ্যন্তৰলৈ নি বোলে সনাতন কানু মিত্ৰ বড় নবাবে পৃত পথত কেমন এতবাৰ সম্বন্ধ নাহি কৰে। তাঞ্জিৰ যে চাকৰ সিটো আমাৰে চাকৰ। চৰিপ খাঁ ও ৰঘু ৰাইয়ো কোচ সৰিয়তো বাত কহে কিচো আস্তে তুমিয়ে বড় নবাবে ও চেটিয়া গোহাই হকিকত কোবাত নামে ফহমদ সৰ্ব্বকাল উকিলকো বাত সত্য

হাসিলতো মান হাতে ও আজ এথন ঝগৰাকো আল্লাৰ বন্ধ থান কেমনকে বাত নায়ে কুসায়দ।

পাচে আমাৰ দুই কটকিয়ে বোলে চাহেব যি বুলিছে সকলো উত্তম কিন্তু সাহেবে পূর্ব্বে যে আমাত পুচিলে ৺তোমাৰ গড়াগাঁঞক লাগি কেত্তিযোজৰ পথ আমি যে সাহেবত কলোঁ। দুই মাহিনাৰ পথ বুলি পাচে সাহেবে হে দুয়াৰ দাবৰ বচনক মনে সত্য কৰি মানিলে। তেত্তিয়া নেকি আমি তোমাক বুজাব পাৰিলো নেকি? তাঙ্গৰ যিৰূপে খোসাল হয়, তাঙ্গৰৰ অভিপ্রায় সে ৰাখে। এতেকে সাহেবেৰ অপৰিতোস জনাল যিথান কৰে। এৰূপে অনেকো কথা বাৰ্ত্তা হৈ বটা বাহন দি চৰিপ খাঁ আজৰ খাঁ দুই উকিলক পত্ৰ সন্দেশ দি আমাৰ দুই কটকিক বিদায় দি পেদালে। পত্ৰ এই স্বস্তি মহামিত্ৰ নানা গুনালয় সমুদ্ৰ তুল্য সুহৃদ জন মানস প্ৰদ কুলিতৈক ভাস্কৰ সদৃস কীৰ্ত্ত্যুন্নত শত শাশ্বত শ্ৰীযুত প্ৰচণ্ড প্ৰতাপ বড়ুআজি সম্ভৰা আন্ত বিবিধ তব বিচাৰ চাতুৰীয় চৰিত্তেষু।

লেখনং কাৰ্য্যঞ্চ আগে তোমাৰ হাবালেৰ খয়েৰ হকিকত পৰং সমাচাৰ এই ফেৰ তোমাৰি সজিয়াল দোয়া সাহলা মেৰি দিন দিন আহলাদা ভাব খানিক না জানা বস্ত তেস্ত অতএব যে পুনৰ্ব্বাৰ উমৰাও কৌলি সৰিয়ত কো ইবাৰ পথ বস্ত চিতাপ আজ হামদৰি বুলদল। এবে দোতৰফকে ভালাই দৌলত আৰ চাহাৰ পাস তামাম ৰোক্ত ও আমাৰে ফৰজৰোফা দোস্ত সালামি সহৰেক তোমাৰ উকিল সনাতন ও কানু ইমৰাই তৰফেৰ যেকোচ পাৰাত্তিৰ সমাচাৰ হাকায়দ সব ফহমানি দেস্ত ওপৰ ইয়াদ সমাচাৰ।

পৰঃপৰে সাতি কুল বন সুদাস্ত জোইযোগ্যানুৰূপত থাকাৰ অসি সকাভিলাষ খোচকা যায় গতা এত খুব ফহ মানিদ আবৰ বিশেষ সমাচাৰ উকিল সে তৰফ দোস্ত দাম আন্দাস্তকো আমদ পূৰ্ব্ব প্ৰাচীনোস কালৰ সমস্ত প্ৰশস্ত প্ৰক্ৰিয়া ধৈৰ্য্য মৰ্য্যাদ দৌড়া দৌড় না খোৰ্দ্দ গাস্তিৰ দৰিয়াতু জামামকে খগৰ সফেদ ষস কীৰ্ত্ত মেদা স্তান্নিদ

সদাবক্ত সোই মাফিক সৱিয়নকো সোপোৰ্দ্দাস্ত ইতৰফও মতবৰ আদমি যোকোচ বাত কহে পহিলকে সবঝুট খাতিৰ মে গিৰদ আৰ অপৰ হকিয়দ তোম বুলিতেচ। নবাব খেজমতদাৰ পহলনে সুদাম ও বিয়া মত খাঁ দো আদমিকো অজ্জিজ্ঞা ৰূপে আটক নিগড় জ্যানা বস্তু কিচো আস্তে তোমাৰ আমাৰ একখানা পৃত সৱিয়ত ৰহে ততে প্রিতৰ জোখ কি ; অতস্পাৰ যেইবাৰ আচিল সেৰূপ হৈল ও এখন যিৰূপ অধিক পৃত মেদাস্ত মেদ সে বুঝ কৰিবেন। বাকি সমাচাৰ চৰিপ খাঁ ও আজৰ খাঁ যিৰূপ হৈতেচ তোমাৰ উকিল প্রমুক্ষ্যে জানিবেক। আৰ অধিক কি কহিম।

তুম্‌ভি ধৰ্ম্মৰ হৈ দোল মালুম কৰ্দ্দ। ইতি সন ১৫৫৭, মাঘ মাস, তাৰিখ- ১২। সন্দেস :—জিন লাগাম সহিত ঘোড়া ১টা, বানাত সুলতানি ; থান, পালঙ্গ পোচ ৫, জটা মাংসী ২ সেৰ, মিশ্রি ৩ সেৰ, লঙ্গ ২ সেৰ, জাইফল ৮ পোন, কামায়ন ধনু ৰূপাৱলি ৭ খান। আহলয়াৰ খাৰ নকল। চৰিপ খাঁ আজৰ খাঁ দুই কটকিক দুখান কোচানাৱেৰে ৮৪টা মানুহেৰে আমাৰ সনাতন কানুৰ লগত পঠাই দিচিল। সিবোৰো কুৰুয়াৰ কাৱৰতে সি দিন ৰহিল গৈ।

চড়াএৰে মহকিনা ধন্দিয়াল ২০০ মানুহেৰে সেই সময়ত বেমাৰ খাঁ আজাৰ খাঁ আবদুলাল খাঁ প্রমুক্ষে সকলে ও জুগুতি হৈ নবাবত কলো বোলে সাহেব প্রিতিৰো কাৰণ এই হে। বনৰ হাতি, মহ, গঁড় সিতো পশু এই সকল চাহেবৰ একলাস পৃত ৰাহ বহে। হস্তিকো দণ্ড গোণ্ড খদ্গ মৈস বনে এৰে নাহি। পছুছে এখন যদি সাহেবে উকিলেৰ সাত হাজিৰ গাঢ়া কৰি কহে সে ৰোস আমি বন্দুক চালাইতে পাৰি নাহি। তবে আমি চলতি কৰি থাক সুখ নাহি। সিইতৰ এই কথা নবাবে শুনি সাৰঙ্গ নাও এখানেৰে ৫টা মানুহেৰে বেমাৰ খাঁকে নবাবৰ আজ্ঞায়ে আমাৰ দুই কটকী সহিতে ফিৰাই আনি অভ্যন্তৰক নি আহলয়াৰ খায়ে বোলে সনাতন কানু পূৰ্ব্ব প্রাচিন্ন তোমাৰি ভাঙ্গৰীয়া ফুকন হামাৰিও গয়ৰহ উমৰাও

সেওক্ত কোৰাৰ বাৰ লেঢ়াই হৈয়া, আজাৰ কাহোগা ইয়াজ হুকুমকে ১১ ৰোজ দোয়াজ মহমেক ৰোজ এক মহিন দুই চয়মকে মহিনফেৰ মহিম দোদলকে মাৰ হাই দুই তৰফাল এমাফিক তমাম তুস্তি জদচুৰিদ।

হামভি ৰাদস্ত বুৰি দস্ত ও আবৰ উকিল দহ লিজকে সাত সাফ সান্দৰ হাহা ফেৰ ফেৰনা দোসমনকে স্বফেদ হুয়ায়োই ও জত দোসমন হোগা সে কালসিয়া হাহা তাহে। এখন তাঞ্জিৰ ও আমাৰ মধ্যে পৃতকে ৰহে খুব মালুম ৰপ্তানি দেস্ত তব কেন এতবাৰ নাহি দানিস্তেস্ত। এইৰূপে নবাবে বুলিলত। পাচে আমাৰ সন্নাতন কান্সু দুই কটকীয়ে সমালোচন কৰি বোলে সাহেব উত্তম বুলিচে। সময়ত ক্ষত্রিয়ৰ পিতা পুত্রেও সমৰ কৰিতে থাকে। সম্মুখ ভঙ্গ হৈয়া কীৰ্ত্তিয়ো স্বৰ্গ গামি সে হৈচে আৰ যে ৰান কালও সত্তস গ্ৰামত জয় হৈ গৈচে সেই সকলেও ইহ লোকে বিপুল কীৰ্ত্তিকেহে লভিচে।

যি সকল বা উভয় পক্ষ পৃত পক্ষ নিযমিত কৰে গো ব্রাহ্মণ কুশলে ৰচাইচে, সেই সকলে ও ইহলোকত থাকি অখণ্ড প্ৰতাপ অক্ষয় স্বৰ্গকে সে লভিচে। এতেকে নেকি তাঞ্জিৰ তোমাব বিধমতা আচে। তুমিও অস্তাগিৰিৰ ৺ৰ ডাঙ্গৰ উমৰাও তাঞ্জিয়ো উদয়গিৰিৰ ৺ৰ চৰণানুবৰ্ত্তি ডাঙ্গৰ নবাব। তাঞ্জিৰ ঠাইত মিঞা কৰি সূৰ্য্য সমান কীৰ্ত্তি প্ৰকাসক লভিছা। তাঞ্জিও তোমাৰ সমান মিত্রক চন্দ্র সদৃস কীৰ্ত্তিৰ বলে সে লভিছে; এতেকে তাঞ্জিৰ তোমাৰ ভিতৰত যিমান বিপৰিত হৈছে তাকে তাঞো তোমাৰ এৰূপ প্রীত প্ৰণয় বচনত খোচ হৈবেক। তুমিয়ে চাহাব্‌ আপোন চহলয়াহ দূৰ কৰি তুমি খুচি কৰ- এতেকে তাঞ্জিৰ তোমাৰ পৃত সৰিয়ত ৰহে কোনো সন্ধিগ্ধ চিত্ত ৰাখ যায়। এইৰূপে আমাৰ কটকিয়ে বুলিলত! আহলয়াৰ খাঁয়ে পুনৰ্ব্বাৰ বোলে উকিল সনাতন কান্সু তোমৃভি ব্ৰাহ্মণ ভুমাত বড় পাতিজি মিত্র বড় নবাব সাতে হাজিৰ সম কাৰণ বাৰবাৰ হকিকত বড় নবাব ভুমৃভি খন্দি কৰিচেন।

এখন যেমত বিয়ামত খাঁ সুদামা মেৰি যে জমত দাৰ পহলন দো আদমিকে নিগড় খানা তাকি দমে বংশোদ তেমন প্রকাৰ চৰিপখাঁ আৰজখাঁকে দস্ত চিত্তাপ হাবান মেদে হুদতে মান মাফিক তোম্ভি সাক্ষাৎ খাহেদ কুসানিদয়েৰে সব চুয়াদ চৰদকে মেস্তুৰে ঘদনা মেদজেদ। এইমতে নবাবে বুলিলত, আমাৰ দুই কটকিয়ে বোলে সাহাৰভুক্তি একপহে হামেচা বুলিতে আছে। খানিকো কমি নাহি হৈ। এতেকে আমাৰ সাক্ষাতে সাহেবৰ যিমান হুকুম হৈয়া আচে আমি সিঠাইত জনালে প্রস্তাৱত জাবাব সদৃসসিদ্ধান্ত ফিৰি কিকাৰণ না পহুচিবেন। যাতে কোটি ব্রহ্মাণ্ডৰ ঈশ্বৰ সবাত কৰি শ্রেষ্ঠ, শাস্ত্ৰত জাতি ভেদেশে তান্ত্ৰিক নানান প্রকাৰে অৰ্চ্চা ভেদতুল্য কহে। হৰিহৰ অভেদ তক নিৰঞ্জন এক শাশ্বতিক ব্রহ্ম তোমৰা খোদাই মুৰ্চ্ছিদ আলা পৰৰ দিগাৰ প্যাকম্বৰ বুলি বান কহে।

এমন ঈশ্বৰ সৰ্ব্বোপৰি পৰবৰ্ত্তি আৰ ভোট ডফলা, কচাৰি সিতো পাহাৰিলোকহে। যেই সকলে ও বচৰ আৰ দাণি পৰম আদৰ ভাৱে সেৱা কৰিতে থাকে। এখন যে পাৎসাই লোক গুলাম দি খেজমত দাৰ পহলন হামেচা সাহাবৰ নজিকি দৰবাৰি হৈতেও সিতো অজিজ্ঞান্ত ঈশ্বৰৰ কাৰামতি আপন খাৰাপ গৈল খবৰ সম্প্রতি চাহেবে তামাম জ্ঞাত হৈ আছে। এখন হে আমি বিশেষ জানিলাম। ডাঙৰ দৰবাৰি পাৎসাই লোকহে এমত অহম্মম কাম। এতেকে খাৰাপ কি কাৰণ নাজাইব। আৰ অধিক হৈবাৰ সে লাগে। যাতো সাহেবে এমত অবোধ জনক লাগি এরূপ জবাব এতেকেহে অধিক কহিবাৰ আমাৰ যুক্ত নহয়।

যিহেতু সাহাবৰ পহলনে ডাঙৰ অপৰাধ কৰিয়া আছে এই কাৰণত থাকিহে সি ঠাইতো সিহতৰ এইৰূপ অবস্থা হৈচে। এখন সাহেবৰ প্রীত অনুসাৰে নিয়মেত খাঁকে সুদামাকে বড় ফুকন স্বৰ্গদেৱে সমুখ ফিৰি ভেজে তেখন তো ইহাৰ নিসামস্ত সাহাবৰ সমস্ত ঠাইত বিদিত হব। পাচে আহলয়াৰ খাঁ নবাবে বোলে হাহা উকিল খুব

য়াঁমদ সৰিয়ত কোতেৰি ৰাত মেৰি নজিকি সে হাবাল সুদামা বিয়মতখাঁ দো আদমিকে মিত্র বড় নবাবৰ জেখন ও ফেৰেস্তা— দমেদা হানদ সেওক্ত কো মিত্র বড় নবাব, ফুকন গোহাঞি জিউকে দিল খোস হাম্‌ভি কুনানিদ ও আবৰ উকিল তোম্‌ভি দৰবাৰকে খৰচ সমে খোৰতে তিবেৰ সাহেদ কৰ্দ্দ।

পাচে আমাৰ ২ উকিলে বোলে চাহেব উত্তম বুলিচা, মিত্র পক্ষ সবাত কৰি শ্রেষ্ট। যিখানত হস্তে দিন দিন নবিন হৈতে আইসে সেৰূপ উভয় পক্ষে কৰ্ত্তব্য সে হয়। পাচে নবাবে বোলে হাহা উকীল হামভি কাৰ্দ্দস্ত ও যেমন মিত্রকে। মেকুনদ পাচে এইৰূপে অনেকো কথাবাৰ্ত্তা হৈ আমাৰ দুই কটকিক তাৰ কটকি সহিতে পঠালে। আমাৰো তুলি সনাতন কাহ্নু সহিতে বিদায় দিলে। পত্রো এই:—

স্বস্তি সকল গুন ৰাসি সম্পন্ন প্রাপ্ত প্রতাপ মাৰ্ত্তণ্ড সদৃস শুভ্র যসোবৃন্দ সম্পাদিত মিত্র মাৰ্গ গত সকল সঞ্জাত মন্ত্রণা বিচাৰ চাওৰি মিত্র মাৰ্গ সৰনাভিৰাম শ্রীযুক্ত নবাব আল্লয়াৰ খাঁ পৰম সুচাৰু চৰিতেষু। পৰত্য সাহ্লাদ পুৰ্ব্বক শুভা সিঃ কাৰ্য্যঞ্চ লেখন পৰং। আৰ তুমি লেখিয়াছ পূৰ্ব্ব নবাব সকলৰ কেমত সৰিয়ত কোই যাদ চিতাপ আজ হমেদাৰি বুনদএৰ দো তৰফকে ভালাই দৌলত আৰ প্রাকালিয়ৰি যুদ্ধ প্রচুৰ নিম্ম য় মিত্রতা ৰোহনেসে অবস্থ সাৰি ব্যাত্তক অতি ৰেক গোটি তোমাৰ চাৰুত্ব বেবহাৰে ফেৰ যোকোচ মাৰাত্তিৰ সমাচাৰ হকায়েদ সব ফহ মানি দেস্ত অপৰ বিশেষ সৌহাৰ্দ্দ পত্রাপত্রি গতায়াত যেৰূপ পূৰ্ব্ব সমাচাৰ এক সৌগন্ধ বাৰ্ত্তা অন্বেসাত চমৰিদ কৰিছেন।

অপৰ প্রীতি সঞ্চয়ন অন্যোন্যেৰ মিত্রাতি সাশ্রব্য দৰ্ষয়ণ যোগ্যে সে তথাৰূপ অভিলাষ বুজ গতি সে চাৰুত্বক সম্বজাই হেন যি কহিয়া চিলাই এৰূপ শুভ সমাচাৰ প্রহৰানীত সুদীৰ্ঘকালত বড় লোকৰ উৎকৰ্ম কৌলিত্ব সে হয়। বৈপৰিত কদাচিত্ত না হৈতেছে আৰ বিশেষ:

সুজীর্ণমন্নং সুবিচক্ষনঃ সুতঃ,
সুশাসিতা স্ত্রী নৃপতিঃ সুষেবিতঃ।
সুচিন্ত্য চোক্তং সুবিচার্য্য যৎ কৃতং,
সুদীর্ঘকালেঽপি নযাতি বিক্রিয়ং॥

আৰ লেখিয়াছ সেতৰফ দোস্ত দাম আন্দাস্তকো আদমসে এমও সে হয়, প্রাচীনাভিমত পৃত জঙ্গলাভিগামি ভুবন মধ্য বিসদ কীর্ত্ত মিত্র লাভ সর্ব্বকাল সমুদ্র তুল্য সমত্ব কি কাৰণ নাহিবেক। এযে তোমাৰ উচিত জবাব প্রত্যুত্তৰে সে হয়। আৰ মাতবৰ আদমিকো ঘেৰ ঘেৰ বস্তু হামেচ এমও যি লেখন ভেজিতেচ চাৰুত্ব সাহ্লাদ উকিল গতালত জবাব সহিত দীঘ সূত্র একপ মিত্র গাঢ় কিন্তু তুমি লেখিআ চিলাই চৰিপ খাঁ, ৰঘুৰাই উকিলকে যো বাত কহে খাতিৰ মে গিৰদ সব ঝুট। অজিজ্ঞা সৰুপ দোনা আদমিকো আটক খানা বিগড় বস্তুই গোট তোমাৰ জবাবৰ হকিকত নাহে। আৰ বিশেষ অতি পূর্ব্ব দক্ষিণকুল সিদ্ধ বড় কুচিগ্রামত মামো গোবিন্দেৰ বহিনি ৰাজা ৰঘু-দেৱে বিহাইলেক।

তাঞ্ৰি আপোন আয়ুস পৰ্য্যান হৈল। তাৰ পাচা ৰাজা পৰী-ক্ষিতে মামোক দক্ষিণেৰ মোযত্ব কৰিতেচে। সোওক্ত তোমাৰ মকৰম খাঁ তাঞ্ৰিক উধাৰ কৰিলেক। সেই কাল বলি নাৰায়ণ প্রমুক্ষে সবান্ধবে মহাৰাজাৰ সৰণাপন্ন হৈল। অনেক কালকে তোমাৰ সিঠাইক গেল। সেই সময় সৰনাগত কার্য্য ১ হাতি বটা বক্চিচ লৈ কৰৈ বাড়ী পর্য্যন্ত মামোসে অধিকাৰ কৰে। ৺প্রসাদে চয়নিয়া বাঢ়ন্তি ডগুয়া কটা আৰ দুবাৰ বাৰ সকলৰ মনুষ্য আনিত মধুনা ৰানৰ বেটাক বেল্তলাত থিত কৰি বাহিৰ বিলায়তত মামো আপুনি অনেক পাৎসাই লোক ঘাইল কৰিলেক।

তত্রাপি মামো দোসমন হৈ ঢকাৰ নবাবৰ ঠাই পহুচিল যাই। সে কাল পৃত পথ সৰিয়ত আচিল। তথাচ দেখোঁ মামোক কিৰি

নবাব কাণ্ডেজি নকৰিলেক। আৰ বিশেষত দক্ষিণ কোল অসুখালি। উত্তৰ কোল বড় নদী একৃপ হে তাঞিৰ আমাৰ পূৰ্ব্ব নিৰ্ম্মিত কৰিচেন। অজিজ্ঞাস ৰূপে যে এখন দৰঙ্গ মলুকৰ মধ্য ভেজ আসিতেসে সিঙ্গৰিত পহুছে। ই গোট তোমাৰ কেমন উচিত হয়। আৰ বাৰম্বাৰ যাতৃ বৈৰাগি পৰ্য্যন্তে মিত্র পথ হাজিৰেসে সাক্ষাত ৰূপ গতাগত কৰে। এখন যে পূৰ্ব্বি সত্য অনাদৰি অনায়ত হিসাব কৰে একাৰণ থাকিহে আমৰা এমত বুজ কৰিতে আচি। দোতৰফেৰ হাজিৰেসে সত্য আয়াত ভালাই এইৰূপ হৈতেসে। তোমাৰ আমাৰ সন্নিহিত অলোক্য ৰহে যদিচেৎ ৰহে কৌলি না কৰিছেন তবে কেন।

যে হৈবাৰ নাচিল সেৰূপ হৈলে হেন বোল। অতএব পৃতেৰ অবাধিত গণ্য পূৰ্ব্ব নিবন্ধেসে হয়, আজিৰ না হয়। অপৰ বিশেষ তুমি লেখিআছ প্ৰত্যেক দণ্ড সতত গতায়াতাত ইখান তোমাৰ গৰিষ্ঠ ব্যবহাৰে সে হয়। পূৰ্ব্বাপৰ পত্ৰাসাৰে সে উকিলৰ স্বাৰূপ্য কাহ। তথা হৈত আক্ষিয়ত কটকি পত্ৰৰ দ্বাৰায়ে পূৰ্ব্ববতো নিৰ্ণয় হৈতেছে। সেখান তুমি সমুচিত লেখিছা। কিন্তু পৰ্যমময় যোগ্য দ্ৰব্যে সে পৰ্শ সম্বন্ধত সুবৰ্ণতাক লভে।

এতেকে পূৰ্ব্ব সকলৰ নিবন্ধক অনুসৰি বিচাৰ পূৰ্ব্বক যোগ্য ব্যবহাৰক কিশক পৃত না চলিব। তাহাত আমি নিঃসন্দেস ৰূপে আচি। আৰ বিশেষত গজিন্দ্ৰৰ চস্ত বিদ্যমানতা হৈতেও শুণ্ডাদণ্ডে সে জল পান কৰে। আৰ অধিক কি লেখিম। তত্ৰাপি যে উকিল মুখ সমাচাৰ পূৰ্ব্বে অজিজ্ঞাস কৰিলেক। একাৰণ থাকিহে পত্ৰাৰ্থ গোপ্য। বাকী সমাচাৰ আমিও জ্ঞাপন কৰাইলোঁ।

আৰ যৎকিঞ্চিৎ বচন সঙ্কিত আমাঠেৰ ডকিল সনাতন শুশ্ৰী কানু শৰ্ম্মা প্ৰমুক্ষ সঙ্গিত কৰিতে হাৰাল ঝগৰা হাৰমান যাইবেক, বাকি না ৰহিবেক। আৰ তোমাৰ নিমিত্ত হাৰ্দ্দ সন্দেস বানাত ১ খান, ঢড়া ৫ খান, পালেঙ্গ পাচ খান, কিৰ্ম্মিজ ১ খান, হস্তিদন্ত ৬টা, কলিয়া চামৰ

৪টা, আলুক ৬০ সেৰ, ভুবা কাষ্ঠ ৭ সেৰ, কস্তুৰী ১০ টা, মদিয়াল শিলা ৪ খান, সোনৰ ডাবেৰে কটাৰি ২ খান, সাখা-মহমুৰি ৭, চড়া লগা ৭ খান এই পৃত্ত সন্দেস আপোন সমজাই লৈবেক। ইতি শক ১৫৫৬, চৈত্র, তাৰিখ ৪।

আত পাচে মোমাই তামুলি আলিয়াৰ খাঁৰ পৃতি গৈল। তদনন্তৰে আলিয়াৰ খাঁৰ পাচত নবাব খান্দাৰি আহিল। থানা গুয়াহাটি ১। তাক খেদি মির্জ্জা হুসেন নবাব হল। এ বছৰ আছিল ১। তাত পাচে তাকো খেদি চৈয়দ হুচন নবাব হল ১, সি গুয়াহাটিতে মৰিল। কতো দিন পাচে চৈয়দ কুটপ আসিল। তিনি বৎসৰ ভোগ। তাত পাচে নবাব চৈয়দ চালা হল। ১। দুই বৎসৰ খাই মৰিল। তাত পাচে নবাব মির্জ্জা নাথুলা আহিল। পাচ বৎসৰ ভোগ কৰিলে। নাথুলায়ে বোলে আল্লয়াৰ খাঁ নবাবৰ কাল পৰ্য্যন্ত আমাক অবধি কৰি পৃতি সে চলিছে একবিংশতি বৎসৰ।

এখন আমিও সেইৰূপে থাকিলেহে ভাল। এইৰূপে সমালোচন কৰি কলিয়া বৰ লৈ মহমদ খাঁকে, পহলনকে পত্র সন্দেস সহিতে পঠাই দিলে। পত্র এই—শ্রীযুত ৰাজাকে শ্বশুৰ চেটিয়া গোহাই জিউ পৰম হার্দ্দিত চৰিঃত্রষু। নিবেদন পূৰ্ব্বক লেখণং কাৰ্য্যঞ্চ পৰং তোমাৰ খয়েৰ খুব দৌলত জাহিৰ ৰহে। এখন তোমাৰ মৈত্রী দিন দিন ও গয়ৰহ মনোমেৰে মাফ কৰেহা এসব খবৰ তোমাৰ যেমন প্রকাৰ হাজিৰ কহে ও মহমদ খাঁ ও পহলন দুইজনক এমও তালিকা কৰিয়া পত্র সমেত তোমাৰ নজিফ ভেজিয়া দিলাম। আৰ পূৰ্ব্বে যে প্রিতি নিবন্ধ উপচয় কৰায়া নবাব আল্লয়াৰ খাঁ সহিত অনেক দিবস আছিল। অদ্যাপিও তোমাৰ ঠাই কুশলা দি সমাচাৰ লৈয়া মনুষ্য আমাৰ ঠাই আইসে। এমত কৌলি পৰস্পৰেৰ প্রীতি পৰস্পৰে কৰিতে উচিত।

অতএব উভয় তৰফেৰ যি কিচু গোসঙ্কাৰ কৰে সে মাফিক বুগজাৰ যাইবেক। অন্ন বেগাৰ না ৰহিবেক। আৰ অধিক কি কহিম।

আপুনি সমস্তে জান। ইতি সবহ জিনহজ ১৫৮০। সন্দেস তাৰ এমুঠা, ৫ খান কৈ আছিল, ঘোড়া ৭, উট ২টা, সোনাবলী পটুকা ৪ খান, কামায়ণ ধনু ৬, লঙ্গ ৪ সেৰ, জাইফল ১ মোনা।——৺লৈ যি খান পত্র লেখিছিল সিখানত মহমদ খাকহে লেখি ছিল। পহলনক লেখা নাই। এই কথাতে মহমদ খায়ে বোলে মইহে পাৎসাই উকিল।

পহলন নবাবৰ বড় কান্দাৰি হে, মোৰ সমান নুই। পহলনে বোলে মই যে সামান্য মহমদ খাঁ নো কিমান ডাঙ্গৰ। মহমদ খায়ে বোলে সত্য কহিলি। কিয় ঝুট বোল। এই কথাতে চেতিয়া গোহাঞে পহলনক কলিয়া বড়তে ৰাখিলে। দুই উকিলৰ দন্দ্বৰ সমাচাৰকো ৺তে জনালে। মহমদ খাক গড় গ্রামলৈ নিলে। তিনি জনা গোহাই লৈ তিনিটা ঘোড়া আনিছিল। তিনিও ঠাইত ভিনে ভিনে তুলিলে। পাচত শ্রীশ্রীজয়ধ্বজ মহাৰাজাৰ ঠাইক তুলিলে। পাচে ঈশ্বৰৰ আজ্ঞায়ে চেটিয়া গোহাঞে বোলে আমাৰ ঠাইত দুও উকিল; তহঁতৰ মুখত যে বিপৰিত শুনা গল। ৺ৰ ঠাইৰ বাপটাকি পত্র ভেজিচে। সি খানক চাহিলে মহমদ খাঁহে উকিল। পুনৰ্ব্বাৰ যদি পত্রত মিত্র নবাবে তোক লেখে, মহমদ খাঁয়ে যিৰুপে ৺ৰ চৰণক সেৱা কৰিলে তোৰো যদি ভাগ্য থাকে তেখন তইয়ো সেৱা কৰিবাক পাৰি। এই এই বুলি বটা বাহন দি আমাৰ পত্র সন্দেস সহিতে উকিল চতুৰ্ভুজ, একাদশ, দুই কটকিক পঠাই দিলে।

পাচে নবাবত পহলনে কলে গৈ বোলে তোমাৰ চাকৰ মঞি, মোক সামান্য বুলি মহমদ খাঁয়ে গড় গ্রামলৈ নেনি আসামৰ আগত সকল সম্ভেদ কলে। পাচে এই কথাতে থাকি নবাবে বোলে একাদশ চতুৰ্ভুজ পৃত সূত্র মধ্যত আচোতে কেমন এক ভাব নাহি। পাচে আমাৰ একাদশে বোলে চাহেব ৰন্ধনৰ স্থালীত একটাৰ নিবন্ধে সমস্ত সিদ্ধৰ প্রমান। চাহেব যে সিদ্ধ পাত্রৰ মধ্যতো যে কোনটা কেচায়ে থাকে; পাৎসাই লোকৰ মগলি ফন্দ ইবাৰ হে জনা গল।

এই সিদ্ধান্ত পাই নবাবে খোচাল হৈ বটা বাহন দি পুনৰ্ব্বাৰ আৰগ বেগক পত্ৰ সন্দেস দি একাদশ, চতুৰ্ভুজৰ লগত পঠাই দিলে। পত্ৰ এই—স্বস্তি শ্ৰীযুত বড় নবাব ৺ স্বস্তৰ মহামিত্ৰ প্ৰচণ্ড প্ৰতাপেষু। লেখনং কাৰ্য্যঞ্চ আদৌ তোমাৰ আফিয়ত মঙ্গল, তামাম প্ৰত্যেক ৰোজ বোৰোজ দিলচাঁদ বিচিৰায় থোৰ্ম্মি চুদাস্ত ও আগে হামেৰে পদৰ চৈয়দ পহলন, বুজৰোগ ওমৰাও চেহাজানি পঞ্চ পদৰ পাটনাকে সহৰ আমদবুদ আপন আপুসম্বৰ্দ উমৰাও সকল সোহাৰ্দ্দ অভিযুক্ত কড়াৰ সেকাল দাস্তেবুদ ও আগৰ আহলয় খাঁ নবাবৰ উক্ত কাল সেই প্ৰকাৰে প্ৰীতি কোমেহৰ হৰসাল সব্‌কো দাস্তবুদ। ইদানী তোমাৰ আমাৰ মধ্যে পহন বো দন্দ কেইসাব গাহকেৰ হে উকিল দানা দোতৰফ খুব খেলা সমাগম হুকুম ফৰমান দাৰখাহেদ। সোই আদিনদিগৰ মিয়ামদ সোমান প্ৰকাৰ মৰ্য্যাদা প্ৰেম্না কুলিত কোদস্ত স্বফেদ পঙ্কজ গো ব্যাগুণ পৰাপৰ পক্ষ পৰস্পৰে সানুকল খোচৰঙ্গ পৰে মাৰা কাতাবাসদ খাহেদ ফিৰিস্তানিদ আজমেৰ উকিল অৰগবেগ প্ৰীতি চাহাৰক তোমাৰ দৰবাৰ সম্প্ৰতি হুজুৰ খাহেদ ফৰস্তাদ আপন উকিল সঙ্গ ওএক্ত সুচাৰ প্ৰাচীন ওবৰ বিচাৰ জনেক আদমি আপনল চিয়ত ৰাখিয়া তোমাৰ প্ৰীতি পত্ৰ সত ও আমাৰে নিকট খানা খাহেদ আতুৰ্দফেৰ হামভি ও উকিলকো জেবায় জন্ম পোচা নিজ। অধিক না কহে আপুনি সমস্তে জান।

ইতি সন ১৭৮১, মাঘ মাস। সন্দেস বানাত ৫ খান, বাপ্ত ১, সোনাৰলী কোমৰ বন্ধা ৪, লঙ্গ ৮, চিনি ২, চলা, লোন পাচ চলা তাৰ ২ মঠা। পাচে আমাৰ ৰাজাৰ শহুৰে আৰগবেগক তুলি পুনৰ্ব্বাৰ পত্ৰ সন্দেস সহিতে মহমদ খাঁক পঠালে। পত্ৰ এই—শ্ৰীযুত, শ্বশুৰ বড় নবাব গোহাঞি জিউ পৰমা হাৰ্দ্দিত চৰিত্ৰেষু। নিবেদন পূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ এথা কুশল। তোমাৰ কুশল সদা সাবশেষ চাহি। পৰ তোমাৰ ফৰমান দিদ কৰিতে ও মন জানিলাম। হামাৰ অন্তস্কৰণ দোস্ত বহুতে ৰাইস্তদে ছোত্ৰ। অতএব পৰস্পৰ যেমন প্ৰত্যয় যায়া

তেমন কৰিবেক। আৰ আমিও তোমাৰ যে প্রস্তুত যে জবাব সন্তুষ্টতা হয় তাৰে কৰিম। এখন আমাৰ নজিকি বিৰাদৰ মহমদ খাঁ তোমাৰ হলি জবৰ ফিৰস্তাদ হৈতেসে। ইসো আস্তে তোমাৰ মনুষ্য সানুকুল কৰিয়া তুমিও প্রেম পত্র সহিত ইহানাৰ সঙ্গেই প্রত্যুত্তৰ ভেজিবেক। এতেকে পূর্ব্বাপৰ মাফিক মর্য্যাদা ব্যবহাৰ উভয় তৰফেৰ নাকিচু কমি ৰহিবেক। আৰৰ আমিও তোমাৰ একাদশ চতুর্ভুজ দুই জনেৰ সাক্ষাৎ যে কার্য্য সৌস্তব সাম্প্রত সাহজিক বাচিবেক সে কার্য্যৰূপ সাৰশেষ জ্ঞাপন্ন কৰিবেক।

অধিক কি কহিম আপুনি বিচাৰ পূর্ব্বকে খাতিৰ খুচি কৰিবেক। ইতি সন ১৫৮১ সন্দেস তাৱ ২ মুঠা, ১০ খান, সুলতানি বানাত ২, মিশ্রি ৩ সেৰ, পালেঙ্গ পোচ ৫ খান, স্বফেদ কাঠ ২ সেৰ, লঙ্গ ১ মোনা, চৰ বন্ধক পৰা ৫ খান ভিন্ন মোনাত।" তদনন্তৰে আমাৰ ৰজাৰ সন্থুৰে মহমদ খাঁক তুলি পত্র সন্দেস সহিতে একাদশ চতুর্ভুজ দুই কটকীক পুনর্ব্বাৰ মহম্মদ খাৰ লগত নাথুলাৰ ঠাই পঠালে। পাচে নাথুলা গুয়াহাটিৰ পৰা ভাগি ঢকালৈ গল।

সেই সময়তে আমাৰো গুয়াহাটি ললে। পাচে একাদশ চতুর্ভুজ গুচি আহিল। নাথুলাৰ পৃতি গল। তদনন্তৰ জয়ধ্বজ মহাৰাজা চাস্তা খাঁৰ ঠাইত কথা বার্ত্তা বুজিবৰ নিমিত্তে পত্র সন্দেস দি পঠাই দিলে। সনাতন মাধব চৰণক। পাচে চাস্ত খাঁয়ে ধাৰানে তুলি সনাতন মাধব চৰণক পত্র সন্দেস দি পঠালে। পত্র এই:—"স্বস্তি মহামহিম ৺শ্বশুৰ ভাই বড় নবাবক প্রতি লেখনং কার্য্যঞ্চাগে তোমাৰ আনাইত মেহৰ পূত না মা সহিত দোনা উকিল সনাতন ও মাধব চৰণ আপন কর্ম্মাইত এখানে আগৰ ভাগায়ত বগচায়াল পহুচিল। আমি ও পৰম সনাইত ভাল হৈয়া ইয়াদ হকিকত পৰম সাদৰে পুৰু চিদায় আৰু তুমিও আমাৰ কাৰণ হাকতুম আট্রিয়া চৰিফি সন্দেস ভেজিচিলা। আমাৰ তোমাৰ পৃত ইয়াত সৎসৰ ফিৰ কি কার্য্য। আমাৰ কামৰূপ কোচাল কেৰা যত সব উঝাৰ তুমিতো আপোন মল্লুককে ধাইল কৰি

ব্যস্ত বৃন্দন ইচ্ছাও আস্তে ৺শ্ৰীশ্ৰীযুত আলাম পাৎসা সাহাবকে আহান দিন পুৰখাচ কেদান আকায়দ চিত্তাপ হুকুমকে বৰোক্ত আকনাস্ত শ্ৰীযুত ৰাজা মন্ত্ৰী ৺শ্বশুৰ বড় নবাব এক বাৰাগিও বৰ কৰদু'ল আসামকে ৰায়ত বড়ুয়া ফুকন তামাম সাৰ্জ্জিয়ান ব্যৰ দস্তুণ ৺ৰাজাকে শ্বশুৰ বড় নবাবত ও বিৰেই কাৰ শিস্ত ইসকো হুকুম হোএ হাল।

আৰ তুমি বুলিআচ ঢেকেৰি সে তোমাৰ আমাৰ মধ্যে আজাৰ দেই। খানা বিগাৰ কৰে। আমিতো দিন নাজাস্তাহে। এম ও বাৰ জবাব লেখিআচ। আমিতো আহাৰ নামে দানি আৰ তোমাৰ নিমিত্তে সন্দেস দোজন উকিলৰ হাত পঠাইছি; আনাইবা কৰ্ম্ম মাফিক সৰ্ম্মুজি নৈবেন ও আগে ৭০০ ৰুপয়া পঠাইছিল। সন্দেসিয়া গুণাগাৰি আনো পায়ন বকৃচিয়া কিন্তু যদি এখন তোমাৰ ৺কম্মা হয় তবে গতাই পঠাবেন। কি কাৰ্য্য চিল তোমাৰ ও আমাৰ ৰুপয়া দুই না হয়। ৭০০ ৰুপয়া উপায়ন তাৰ বানাচিয়া লৈবেন। ও এখন অমিৰুম উমৰাও কীৰ্ম্মা হালেৰ বেটামিৰ্জ্জা মুলা নবাব তাগায়াত আচা মহিমকে মলক্তিল বেদোও ৰাহচৰে আৰ তুমি ও একলাস বাতে আপন খাতিৰ জামা ৰাখিবা। এই নস্ত সবজোখ তনহা দিদ দিল গিৰি চোৰ যাৱে এমও জবাবত তোমাৰ আমাৰ মধ্যে লোক জনেৰ আজাৰ বন্ধ কচলা তাৰিখ নাৰাখ। জক্রে সব তাজাৰ দুখ পিচৰ পাচ আবৰ দ এস নবচিয়ত তামাম দিন কুৰি চাৰ সোদ। ইতি সন ১৫৮২? সন্দেস—বানাত—৪, তাৱ ২ মঠা, লঙ্গ ৭ সেৰ, কমৰ বন্ধ ৭ চাস্তাখাৰ লেখাৰ নকল। ভগনৰ ওপৰে সনাতন মাধব চৰণ চাস্ত'খাৰ উকিল জালান খাএ অনা।

বড়ফুকনে বোলে উকিল হলে পত্ৰত লেখিব লাগিল। এই বুলি ওলোটাই পঠালে বিধাৰণ দেখি। তাত পাচে পাৎসাৰ আজ্ঞায়ে থাম থানাএ চাস্তাখাঁৰ ঠাই চুকি ঢকাত ৰাহি না লোয়া হৰাম। দুই কটকি পঠালে আমাৰ ঠাই। পত্ৰো এই:—স্বস্তি সকল

মঙ্গলাগাৰ শ্ৰীযুত ডিল্লীশ্বৰ পাৎসাহ কে নাৰচ বান জীয়াদা হুকুম আওৰ। দস্ত চৰ বাচ কমৰ বস্তম এক অস্তকো মহকুম কৰ্দ শ্ৰীযুত খানাখানা চিপৰ চানা আমিৰল উমৰা ও নবাব আজ ৰোয় উমৰ কৰিব। ডেচত গুণাগাৰ দৰিয়াও অপৰ হাৰ আলমকেল পৰ বহুত ৰাগাৰ সূল প্ৰতাপ আৰ কোচৰে হাৰ।

পহিলকো আসাম বিলায়ত কুচদ গেহে খাস্তগিৰ দাস্ত মহকুম কৰ্দ্দ তেগৰ ৰচৰা বাৰ্দ্দি শ্ৰীযুত ৮ৰ শ্বশুৰ বিশিস্ত গুণাগাল দিন কুহাল পাত্ৰাধিপাত্ৰ মহামাত্যক জ্ঞানাগ্নিশক্কাস ও আগৰ কামৰূপ বিলায়ত ও এক্কমেবাবদ ওবাক আপোন ইয়াদ পৃত সৌগন্ধ বানক জদ হকিকত খত ফিতাৰত মেচোপবাদ অতএব দোতৰফ খোস মেদা স্তানদ এতো দোহান জেনামা ৰোক্ত পূৰ্ব্বৰেক সেনা ফিৰিব আমিও তাকেসে বাঞ্চো পূৰ্ব্বপৃত আন্দাস্ত সনাতন ওমিৰৰ গল্লান ও মাধচৰণ তথাহুত অল্পনা কৰিবেক। ইতি সন ১৫৮২ ফাল্গুন মাস।”

তাতে পাচে নালোয়া হৰামক লাপেতি ফুকনে তুলি বোলে তঞি ইকথা কৰ নাপা; বড় দেউনিয়াক মাৰিহে লৈচা এইবুলি ফাগুন মান বিধাৰণ দেখি শ্ৰীসূৰ্য্যৰ পৰা ওলোটাই পঠালে। আমাৰ দুই-মানুহ লগত দি পাছে মজুম খাঁএ বোলে ভাল বড় দেউনিয়াক চাফ কৰিলে আৰ খবৰ পাৰি এই বুলি আমাৰ মানুহ পঠালে। পুনৰ্ব্বাৰ বড়দেউনিয়াক মাৰি নালোয়া হৰামক পঠালে বোলে বড় দেউনিয়া চাফ হল গুয়াহাটি চাৰি দিয়ক। লাপেতি ফুকনে বোলে ঈশ্বৰে জাক দিয়ে সেয়ে পায় তঞি বুলিলে কিয় পাৰি, এই বুলি ওলোটাই পঠালে। মিৰ্জ্জমুলাৰ উকিল লালোৰা হাৰাম ইহতক ৰোজ দিয়া চাউল ৬ পুৰা চিকন ৭ কলহ মাহ ৩ পুৰা মুগ ২ পুৰা, গুড় ৪টা চিনি ৭ সেৰ ঝালুক ১ সেৰ, লোন ৮ সেৰ তেল ৪ কলহ ২, খাহি কুকুৰা ৫, মাচ ৭, তামোল পান ২ পাচি, হাহডিমা ৯ পোন, সুমিত্ৰা তেঙ্গা ১ ভাৰ, শাক পাত ৩ ভাৰ, হৰিণ ১টা।

উকিলে আন সিধা ৰাখি পহুটি মেলিলে; ৰোজ দিয়াৰ আগত

বোলে এক উপকথা কও সুনিবি—দুটা মৰা চড়াইৰ যুদ্ধ লাগিল, ইগছৰ পৰা সি গছলৈ যাই তাত ৰব নোৱাৰি ঝোটা পুতিকৈ পৰ্ব্বতত পড়িল; তাৰো পৰা পৃথিবীত পড়িল, অনেক বেলি মুৰ্চ্চিত হৈ আছিল; দুই পক্ষিৰ যুদ্ধ হস্তি সকলে দেখি তাৰ এক ময়দাৰ যুবা হস্তিএ বোলে এনে ঠাই এড়ি আমি কলৈ যাম; যদি পক্ষী আহে আমি তাক মাৰিব নোৱাৰিম নে কি। এক বুঢ়া হস্তিএ বোলে ইঠাইত থাকিলে আমাৰ কল্যাণ নাই। এনেতে দুই পক্ষি জোটাজুটিকৈ হস্তি সকলৰ আগত পৰিল হি। চক্ষু কৰ্ণত নখলাগি ঘা লাগি চক্ষু মুদি হুলস্থুল লাগিল; খালে জোঙ্গে, দোপে বোকায়ে পৰি অনেক মৰিল; দুই চাৰি পলাই এড়াল। এইৰূপে বুঢ়াৰ কথা নলৈ মৃত্যু হল। এতেকে হাতি ঘোড়াৰ আন্দোলনত সংঘতত জলসোনিত জঙ্গল বালা জুথে জুথে আইব; পসুৰ পালা খাটাখুটা মজুম খাঁ মুখে চাব ডাৰি, খানাবে হাৰ ভঙ্গ জাইব গুয়াহাটা বাৰি।

পাচে এইৰূপে বুলি উকিল গল। তদনন্তৰে মজুম খাঁ সসন্যে খেদি আহি অনেক ঠাইত যুদ্ধ কৰি শিলিখা তলত ৰলগৈ। তাতে বাদুলি বৰিল, বোলে মই সকলেকো বৰাই দিম থোক ৰজাপতা। মজুম খাঁএ বোলে ভাল তঞি বৰাই দে, তোক ৰজা পাতিলো; সেই লগতে দলালখাঁক দিলে পাছে যুদ্ধে নোয়াৰি বঙ্গাল ভাগি তিপামত ৰলগৈ। দলালখাঁএ মিৰ্জ্জামুলালৈ কলে, বাদুলিৰ সাহবগ সকল জুটবাট। মিৰ্জ্জামুলাএ বোলে জি কৰিচে সবে জুট বাত। পাচে দলাল খাঁএ গদাইকে বাহিৰ মুল:ক ৰাজ মন্ত্রিৰ ঠাইলৈ পঠালে, বোলে জেম:ন তাৰাৰো গো ব্রাহ্মণ সুখে ৰহে তেমন কৰিব; চাৰি পাত্রৰ বেটা, ৰাজমন্ত্রিৰ বেটা, ৰাজাৰ জি পাৎসালৈ দি মোক ফিৰাই পঠক। ৰাজমন্ত্রিএ বোলে ভাল, চান্দ্রায় সুলতান মাধচৰন মিত্রত কহ জাই জদি সত্য কৰি বোলে আমি পাৎসাই লোকক পৃতি কৰি পঠাওঁ এই বুলি। দলাল খাঁএ সুনি চান্দ্রায়, সুলতান, মাধচৰণ তিনি-হাতত লেখা দিলে। লেখাও এই :—

"স্বস্তি নিজতনু সৌন্দৰ্য্য গঙ্গাজলসদৃশ পৰম পবিত্র শ্রীযুত ৺স্বৰ্গদেৱ বড় নবাবকে জঙ্গবেগাৰ কাৰ কৰ্দ্দম পৰম খুব চৰফৰাজ তোমাৰ নিদাগ মেৰ সম্মত হাল হজুৰ সুদামদ চৰিয়জ গোস্তন সাবকো নাম ভেজেচি ও তোমাৰি কলম গাসি জে বাদুল হাৰাম জাদা সিতো তোমাৰি ৺ কো পোহিল ও আবৰ ডাইডাঙ্গৰিয়া ও গয়ৰহ কোপাই কান অপুকেৰ গাল মাৰিতে সাচহে ও অপৰ জে বেজদলৈ বেটা জোকুচ জবাব পহিলকে বতাএত ভেজ হৈতে চিল সে জোহম বাত তামামকে ঝুট, আদি নথাকে দোভচিয়াৰহে জদিসে আমাত সাত একলাস—

———